# ৺শ্ৰীশ্ৰীবদলা পদ্মআতাৰ
# চৰিত্ৰ

৺নিত্যানন্দ আতৈ ভণিত

সম্পাদক আৰু প্ৰকাশক—
শ্ৰীশ্ৰীভৱকান্ত গোস্বামী অধিকাৰ
কমলাবাৰী সত্ৰ, মাজুলী
যোৰহাট।

মূল্য—৫.০০ টকা

সংগ্ৰাহক—
শ্ৰীধৰ্ম্মেশ্বৰ নামলগোৰা
কমলাবাৰী সত্ৰ,
মাজুলী।

মুদ্ৰক—
শ্ৰীগোৰীচৰণ বৰকটকী
অন্নদা প্ৰিন্টিং হাউচ,
যোৰহাট।

# পাতনি

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ হৰিদেৱ আদি যিসকল ভক্তিপ্ৰাণ বৈষ্ণৱ পুৰুষে অসমীয়া জাতিৰ মাজত সত্য সনাতন এক শৰণ ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰি অসমীয়া সংস্কৃতি সভ্যতাক নৱৰূপত গঢ় দিছিল তাৰ ভিতৰত শ্ৰীবুঢ়া আতা, শ্ৰীগোপাল আতা, শ্ৰীবিষ্ণু আতা প্ৰভৃতি বাৰজনৰ ভিতৰত পুণ্যশ্লোক ৺বদলা পদ্ম আতা (মাধৱদেৱৰ প্ৰধান শিষ্য) অন্যতম তেৱাঁই মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ ধৰ্ম্মগাদীৰ উত্তৰাধিকাৰী শ্ৰীশ্ৰীমাধৱদেৱৰ পৰা ধৰ্ম্ম লাভ কৰিছিল আৰু গুৰুজনে অন্তিম সময়ত সৰ্ব্বশক্তি ভক্তি তাল মালা দি দশম, কীৰ্ত্তন, ঘোষা, ৰত্নাৱলী, নাম মালিকা শাস্ত্ৰ লগত দি উজান ৰাজ্যত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ পঠাই দিয়ে।

সেই শাস্ত্ৰৰ সিদ্ধান্তিক ধৰ্ম্ম "কৃষ্ণ শ্ৰেষ্ঠ দেৱ তাৰ নাম ধৰ্ম্ম সাৰ। ইয়াকে কৰিলা মাত্ৰ লোকত প্ৰচাৰ॥" যি গুৰুজনাৰ পৰা উক্ত শৰণ ভজন ভক্তি জ্ঞান লাভ কৰিছিল, তেৱাঁক আত্মা ঈশ্বৰ মানি ঈশ্বৰৰ ৰূপ-গুণ চিন্তি নাম-কীৰ্ত্তন শ্ৰৱণ কৰোৱাই আতাৰ পৰম উদ্দেশ্য আছিল। আতা শব্দৰ অৰ্থ এই—যিসকলে (অপৰোক্ষ জ্ঞানৰ) পৰমাত্মাৰ অনুভৱশীল হৈ আনক পৰমাত্মা তত্ত্বৰ জ্ঞান দিবৰ সক্ষম আৰু যিসকলে সেই জ্ঞান অৱলম্বন কৰিবৰ বাবে সম, দম, তিতিক্ষা উপৰতি আদি গুণসম্পন্ন হয়, তেখেতসকলক আতৈ শ্ৰেণীত অন্তৰ্ভুক্ত

কৰা হয়। মহাপুৰুষসকলৰ আতা আতৈসকলৰ কাহিনী আৰু চৰিত্ৰ বৈশিষ্ট্যপূৰ্ণ এই মহাভাগৱত স্বৰূপ সন্তসকলৰ চৰিত্ৰই পাপ বাসনা শোক মোহ গুচাই তত্ত্ব জ্ঞানৰ উপলব্ধি কৰায়।

বিষ্ণু বৈষ্ণৱৰ কিঞ্চিতেকো নাই ভেদ।
দুইৰো কথা কৰে পাতকৰ কন্ধছেদ ॥
এতেকে শুনিবো আমি ভকত চৰিত্ৰ।
এহিসে তাৰিবে আৰে দুৰ্ঘোৰ কলিত ॥

শ্ৰীশ্ৰীশঙ্কৰদেৱ—প্ৰথম স্কন্ধ ভাগৱত।

শ্ৰীশ্ৰীকৃষ্ণ শ্ৰীশ্ৰীৰাম আদি ঈশ্বৰসকলৰ চৰিত্ৰত ঐশ্বৰিক প্ৰভাৱৰ লীলা আৰু গুৰু পিতৃ ব্ৰাহ্মণ ভক্তৰ সেৱাৰ আদৰ্শ আছে। মহা ভকতসকলে সেই ঈশ্বৰৰ জ্ঞান ধ্যান আদিৰ উপদেশক্ৰমে আচাৰ নীতি ব্যৱহাৰৰ যোগে নিজেও প্ৰৱৰ্ত্তন কৰি আনকো শিক্ষা দিয়ে। যি সময়ত বেদৰ যথাযথ [illegible] লোকসকলে বুজিবৰ অপাৰগ হয়, তেতিয়া ভগৱানে অং[illegible] কলা বিভূতিৰূপে সন্তৰূপে অৱতাৰ ধাৰণ কৰি অংশীভূত মা[illegible] সমাজত সনাতন ধৰ্ম্ম পুনঃ সংস্থাপন কৰে। এই [illegible] সকলৰ চৰিত্ৰৰ পৰা পোৱা সত্য শৌচ ক্ষমা দয়া আদিয়েই আমাৰ সৎসঙ্গ। ( শাস্ত্ৰৰ বাণী )

হৰি পাদ পদ্ম যাৰ হিয়াত সাক্ষাত
শুনিব কৃষ্ণৰ গুণ নাম তাসম্বাত ॥

যেতিয়া পৃথিবীত অধৰ্ম্মৰ বৃদ্ধি হৰ আৰু ধৰ্ম্মৰ হানি হৰ, তেতিয়া পুনৰ ধৰ্ম্ম সংস্থাপন কৰিবলৈ ভগৱান অংশ কলা দি নানাভাৱে অৱতীৰ্ণ হৈ ধৰ্ম্ম প্ৰচাৰ কৰি লোকক ৰক্ষা কৰে। হিন্দু আৰু আন আন ধৰ্ম্ম শাস্ত্ৰত প্ৰকাৰান্তৰে এইকথা স্বীকাৰ কৰে। সেই সেই অৱতাৰক কোনোৱে ঈশ্বৰৰ দূত বা স্বয়ং ঈশ্বৰ বুলি কয় বা ঈশ্বৰৰ অংশ কলা বিভূতি আদি বুলি কয়। ( ইয়াৰ প্ৰমাণ ) 'শ্ৰীমদ্ভাগৱদ্গীতাৰ' ৪ৰ্থ অধ্যায় ৭।৮ শ্লোকত কৈছে—

যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্॥
পৰিত্ৰাণায় সাধূনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥

বৰ্ত্তমান কমলাবাৰী সত্ৰত থকা চালি নাচ, বহা নাচ, ঝুমুৰা নাচ, প্ৰবেশ নাচ, সূত্ৰধাৰী নাচ, বৰগীত, অঙ্কিয়া ভাওনা, কৃষ্ণ নাচ, গায়ন-বায়ন সকলো বদলা দুজনা গুৰু আৰু আতাৰ অক্লান্ত পৰিশ্ৰমৰ ফলৰূপে আজিও সত্ৰত জীয়াই আছে।

শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ প্ৰতিষ্ঠাপক শ্ৰীশ্ৰীবদলা পদ্ম আতা এইজনা আতাৰ আছিল নাম—১। পদ্মপাণি, ২। কমলাকান্ত, ৩। লৱনাভী, ৪। আমুকাই, ৫। হৰিপো, ৬। বদলা আতা প্ৰভৃতি দশ নাম আছে। অন্তিম সময়ত শ্ৰীশ্ৰীমহাপুৰুষ মাধৱদেৱে গাৰ বদল দি উজনি ৰাজ্যলৈ পঠোৱাৰ কাৰণে

( ধৰ্ম্মাচাৰ্য্য পাতি ) সেইদিন ধৰি বদলা আতা বুলি প্ৰখ্যাত কমলাকান্ত নামৰ আতা প্ৰতিষ্ঠিত বাবে তেৰাই পতা সত্ৰৰ নাম কমলাবাৰী নামে খ্যাত।

এই চৰিত্ৰখনিত সত্য, শৌচ, দয়া, দান, ক্ষমা, তিতিক্ষা, অপৰিগ্ৰহ, অস্তেয়, সম্, দম্, অস্পৃহা, ধৰ্ম্ম, জ্ঞান, ভক্তি, প্ৰেম আদিৰ শিক্ষাৰে ভৰপূৰ। সমাজ নীতি, যুদ্ধ নীতি, বিৰক্তি আদিৰ শিক্ষা বহুতো প্ৰকাশ পাইছে। চৰিত্ৰ ৰচনাকাল ১৬১৪ শক হব, ৰচকজনে লিখিছে—'গদাধৰ নদী তীৰে বিজয়পুৰে পূৰ্ণানন্দ মহাসন্ত। তাহাৰ আত্মজ নিত্যানন্দ বুলি আমাৰ নাম থৈলন্ত। কমলাবাৰী স্থানত আসি আমি তৈতে আতাক দেখিলো ভালে ॥' আতাক দেখি সত্ৰত একেলগে থকা ভকতে লিখা চৰিত্ৰখনিৰ ঘটনাবিলাক যথাযথ সত্যত প্ৰমাণ হবা লুপ্তপ্ৰায় হৈ থকা আতাৰ চৰিত্ৰখনি প্ৰকাশ পোৱাত সন্ত ভক্ত আৰু পঢ়ুৱৈ সমাজে আগ্ৰহ দেখুৱালে আমি কৃতাৰ্থ মানিম। এই চৰিত্ৰ পুথিখনি ছাপা কৰা কামত আগ্ৰহ প্ৰকাশ কৰা বাবে যোৰহাটৰ শ্ৰীযুত গৌৰীচৰণ বৰকটকীদেৱ আমাৰ শ্ৰদ্ধাৰ পাত্ৰ। আমাৰ সত্ৰৰ শ্ৰীমণিৰাম গায়ন বুঢ়া ভকত আতৈ আৰু শ্ৰীধৰ্ম্মেশ্বৰ নামলগোৱা আতৈয়ে পুথিৰ পৰা তোলা আদি কামত সহায় কৰি দিয়াত আমাৰ ধন্যবাদৰ পাত্ৰ। অৰ্থ সাহ.যা দিয়াৰ নিমিত্তে শ্ৰীৰত্নেশ্বৰ মোক্তাৰ আতৈৰ

শলাগ লওঁ। সৰ্ব্বশেষত ৰাইজ শিষ্যবৰ্গ আদিয়ে পুথিখনিৰ প্ৰতি আগ্ৰহ দেখুৱালে আমাৰ প্ৰকাশ কৰা সাৰ্থক হয়।

শ্ৰীশ্ৰীকমলাবাৰী সত্ৰ সংস্থাপিত হয় ১৫৯৫ শকৰ আঘোণ মাহত। আতাৰ প্ৰয়াণ শক ১৫৯৮ ভাদ্ৰ মাহ শুক্লা একাদশী। ইতি—

১৫ শাওণ, ১৮৮৮ শক, ৫১৭ শঙ্কৰাব্দ।

শ্ৰীশ্ৰীভৱকান্ত দেৱ অধিকাৰ গোস্বামী
কমলাবাৰী সত্ৰ, মাজুলী
যোৰহাট।

# ॥ উৎসৰ্গ ॥

৺শ্ৰীশ্ৰীচন্দ্ৰহাস গোস্বামী অধিকাৰদেৱলৈ
স্মৃতি তৰ্পণ



হে মাহাত্মন,

"৺শ্ৰীশ্ৰীবদলা পদ্মআতাৰ চৰিত্ৰ" পুথিখনি প্ৰকাশ কৰিবাইজৰ আগত দিবলৈ তোমবাৰ অতীব আশা আছিল যদিও স্বীয় অসুস্থতাৰ হেতু সেই আশা পূৰণ নহল; আমি অভাজনে সেই মহান ইচ্ছা পূৰ্ণ কৰিবলৈ আগবাঢ়ি আহিও তোমবাৰ জীৱিত কালত শ্ৰীহস্তত অৰ্পণ কৰাত অপাৰগ হলো। আজি তোমবাৰ আদ্য-শ্ৰাদ্ধৰ দিৱসত অভাজনৰ তৰ্পণ স্বৰূপে এই পুথিখনি উৎসৰ্গ কৰিলো। ইতি—

১১ মাঘ, ১৮৮৮ শক, ৫১৮ শঙ্কৰাব্দ।

শ্ৰীশ্ৰীভৱকান্ত গোস্বামী অধিকাৰ
কমলাবাৰী সত্ৰ, মাজুলী।

শ্ৰীশ্ৰীকৃষ্ণায় নমো নমঃ

# ৺শ্ৰীশ্ৰীবদুলাৰ পদ্মআতাৰ চৰিত্ৰ

## প্ৰথম অধ্যায়

### পদ

জয় নমো নাৰায়ণ নিত্য নিৰঞ্জন ।
দৈৱকী নন্দন জয় ব্ৰহ্ম সনাতন ॥
যাহাৰ সৃজনা ইটো চৈধ্যায় ভুৱন ।
হেন ব্ৰহ্ম ৰূপ আমি কৰোহো বন্দন ॥১
হৈবেক নিৰ্গুণ জীৱ গুণক কীৰ্ত্তনে ।
গোপ বেশে ক্ৰীড়িলাহা এহিসে কাৰণে ॥
নমো নমো জয় গুৰু শঙ্কৰৰ পাৱ ।
কৃষ্ণ অংশে অৱতাৰ ভৈলা নৰতাৰ ॥২
কৃষ্ণ গুণ নাম যশ প্ৰচাৰ কৰিলা ।
কলিৰ জীৱক মহা ভক্তি দান দিলা ॥

কৰিলা বেকত ধৰ্ম্ম শ্ৰৱণ কীৰ্ত্তন ।
নমো নমো জয় গুৰু মাধৱ চৰণ ॥৩
মাধৱ স্বৰূপে মহা ধৰ্ম্মক ধৰিলা ।
শঙ্কৰ গুৰুৰ পাৱে ভকতি কৰিলা ॥
কৰিলাহা দাস্য আতি প্ৰীতি ভক্তিভাৱ ।
অভেদ ঈশ্বৰ দুই শঙ্কৰ-মাধৱ ॥৪
মহা ভকতৰ পাৱে কৰোহোঁ প্ৰণাম ।
যাহাৰ বদনে ব্যক্ত সদা ৰাম নাম ॥
নামসমে ভক্তক কৰিয়া নমস্কাৰ ।
আতাৰ চৰিত্ৰ কিছু ৰচিবো পয়াৰ ॥৫
জন্মাৱধি যেহি যেহি কৰিলে কৰ্ম্মক ।
কিমতে কৰিলা নাম ধৰ্ম্ম প্ৰকাশক ॥
যেনমতে মাধৱ গুৰুৰ পাশ পাইলা ।
যেন যেন মতে ছণ্ডা ভেটিত আছিলা ॥৬
যেহি যৈতে যেনমতে কৰিল ভকতি ।
মহন্ত ভক্তৰ বাক্যে লেখিবো সম্প্ৰতি ॥
আকে শুনি সন্তসৱ হুয়োক সন্তোষ ।
অন্ধক জনৰ কৃষ্ণে নধৰিয়ো দোষ ॥৭
কৰ্দ্দমে মিশ্ৰিত যদি হোৱে গঙ্গোদক ।
দেখোহো তাহাক আৰে সজ্জনে তৰোক ॥
অপৱিত্ৰ স্থানে যদি তুলসী গাজয় ।
তাক কি সজ্জনে তেবে তেজিতে লাগয় ॥৮

স্বর্ণকারে দিয়ে রূপ স্বর্ণর ভাজন।
কর্ণে কেহোঁ করে পিন্ধে ব্রাহ্মণ সজ্জন॥
যাহার চরিত্রে করে পরম পবিত্র।
কোনোকালে সিটোজন নোহে অপবিত্র॥৯
জানিয়া পিয়োক তান চরিত্র অমিয়া।
সন্ত মহন্তক নমো অঞ্জলি করিয়া॥
এহিমানে অনুগ্রহ করিয়োক মোক।
হৃদিশ্বর হরি সদা সুবুদ্ধি দিয়োক॥১০
হৃদয়ে থাকিয়া হরি যি বোল বোলাই।
সেহিমতে নিবন্ধিবো এহি পদচয়॥
মহন্ত জনর বাক্য শিরোগত করি।
আরম্ভিলো গুরুর চরণ হৃদে ধরি॥১১
জন্মারধি গুণারলী কৃষ্ণ গুণ নাম।
তাকে স্মরি পারে ধর্ম্ম অর্থ মোক্ষ কাম॥
গুরুর চরণে আত যাচিযে ভকতি।
হরিগুণ নামত একান্ত হৈব মতি॥১২
আদি অন্ত কিছুমান কহিবো প্রভুত।
হুয়া সারধান সরে শুনিতে যুগুত॥
বটদ্রবা গ্রামে আলি পুখুরীর পার।
কুসুম্বর গৃহস্ত শঙ্কর অরতার॥১৩
অরতরি নাম ধর্ম্ম প্রকাশ করন্ত।
কিছুদিন ধুরাহাট স্থানত আছন্ত॥

লেতেকু পুখুৰী পাৰে নাৰায়ণপুৰে।
আছন্ত গোবিন্দ আতা কৰি বাসা ঘৰে ॥১৪
মাধৱ ভৈলন্ত তান গৃহত উদৰে।
নানা সুমঙ্গল ভৈলা পৰম উৎসৱ ॥
ৰূপে গুণে ভৈলা আতি পৰম প্ৰকাশ।
ধুৱাহাট স্থানে গৈলা শঙ্কৰৰ পাশ ॥১৫
প্ৰবৃত্তি নিবৃত্তি পন্থ সম্বাদ ভৈলন্ত।
মাধৱদেৱে শঙ্কৰক গুৰু মানিলন্ত ॥
নৰ সমস্তৰ হিত চিন্তি মাধৱদেৱ।
শঙ্কৰদেৱক গুৰু মানি কৰে সেৱ ॥১৬
কিছুদিন হুয়োজন ৰহিতে আছিলা।
তৈৰ পৰা কামপীঠে ধৰ্ম্ম প্ৰকাশিলা ॥
মহন্ত ভকত সৱে লভিয়া ভকতি।
শঙ্কৰ গুৰুৰ পায়ে নিমজিল মতি ॥১৭
সবাতো অধিক ভক্তি কৰন্ত মাধৱে।
তাহান্তে থাপিলা ধৰ্ম্ম শ্ৰীশঙ্কৰদেৱে ॥
মাধৱত ধৰ্ম্ম থাপি বেহাৰে চলিয়া।
কাকত কুটাত গুৰু ৰহিলন্ত গৈয়া ॥১৮
ভৈলেক গুৰুৰ ইচ্ছা বৈকুণ্ঠে চলিত।
ৰমানন্দে বুজিলা পিতৃৰ যেন চিত্ত ॥
মাগিলন্ত ধৰ্ম্ম কৰি ভকতি মিনতি।
পুত্ৰৰ আগত গুৰুবাপ নিগদতি ॥১৯

মাধৱত ধৰ্ম্ম আমি থাপি আছো আগে।
তাতহন্তে ধৰ্ম্ম লভিবাহাঁ মহাভাগে ॥
এহিবুলি গুৰু যেবে বৈকুণ্ঠে চলিলা।
কামপীঠে দশা কৰ্ম্ম ঠাকুৰে কৰিলা ॥২০
কহিলা সৱাতো মাধৱত ধৰ্ম্ম থৈলা।
মাধৱত হন্তে তেহে ধৰ্ম্মক যে পাইলা ॥
গুৰু আজ্ঞা শিৰোগত কৰিয়া মাধৱ।
বঢাইলন্ত সত্র সভা হৰিৰ উৎসৱ ॥২১
উজান দেশক পাক্কিলন্ত কেশৱক।
কতোদিনে গৈলা গুৰু বেহাৰ দেশক ॥
মধুপুৰ নামে পাতিলন্ত ৰৰধাম।
বহয়ে অমৃত ধাৰা হৰি গুণ নাম ॥২২
নানাবাদে নানাজনে শুনিয়া প্ৰয়াসি।
মধুপুৰ নানা ধৰ্ম্ম আছন্ত প্ৰকাশি ॥
নিশ্বাস তেজয় গুৰু কৰি খেদ মন।
বুজিয়া শ্ৰীৰাম আতা পুচিলা বচন ॥২৩
কহিয়োক গুৰু ইটো খেদৰ কাৰণ।
বোলন্ত শুনিয়ো গোপ্য শ্ৰীৰাম বচন ॥
চাৰি দিশে চাৰি মূৰ্ত্তি থাপিতে লাগয়।
তিনিগুটি থাপিলা এগুটি নাহিকয় ॥২৪
এহি হেতু কেশৱক পাক্কিয়া আছোহোঁ।
ইটো গোপ্য তোমাত শ্ৰীৰাম কহিলোহোঁ ॥

গুৰুৰ চৰিত্ৰ কথা এহিমানে হৌক।
আতাৰ চৰিত্ৰ আৰম্ভৰ সিদ্ধি হৌক ॥ ২৫
শুনা সভাসদ দেখা ঈশ্বৰৰ ইচ্ছা।
শঙ্কৰ গুৰুৱে ধৰ্ম্ম যাহাক থাপিছা ॥
সেহি গুৰুজনে ধৰ্ম্ম থাপিবে কাৰণে।
আতা কথা লেখি সদা খেদ কৰে মনে ॥ ২৬
হেনয় আতাৰ কথা শুনা সাৱধানে।
কিমতে গুৰুক পাইলা জন্ম কোন স্থানে ॥
কুণ্ডিনৰ লোক দুই অতি অনুপাম।
ইন্দুশ্বৰ বিন্দুশ্বৰ বুলি যাৰ নাম ॥ ২৭
ইন্দুশ্বৰ পুত্ৰ ভৈল সুৰৰাজ নাম।
জ্যেষ্ঠপুত্ৰ সুৰৰাজ সৰ্ব্বগুণধাম ॥
কণিষ্ঠ ভৈলেক যুৱৰাজ গুণৱন্ত।
জ্যেষ্ঠ সুৰৰাজ তেহোঁ অতি ধৰ্ম্মৱন্ত ॥ ২৮
গঙ্গাতীৰে স্নান কৰি সদায়ে বসতি।
সৌমাৰ আসিতে লাগি তান ভৈল মতি ॥
পৰিবাৰ সমন্বিতে আসিয়া ভৈলেক।
কতোদিনে নাৰায়ণপুৰ পশিলেক ॥ ২৯
ব্ৰাহ্মণ মহন্ত ভূঞা সবাৰ সাদৰে।
নাৰায়ণপুৰে ৰৈলা কৰি বাসা ঘৰে ॥
সুৰৰাজ হন্তে পুত্ৰ নয় ভৈলা জাত।
তাহান তনয় তিতা চোমদাৰ প্ৰখ্যাত ॥ ৩০

তেহেঁ বিহাইলন্ত কন্যা সত্যা নামে সতী।
তান গৰ্ভে আতা পুৰুষৰ উতপতি॥
একদিনা সতী স্বপ্ন দেখিলা বিশেষ।
সাক্ষাতে দিলন্ত দেখা দেৱ হৃষিকেশ॥ ৩১
বোলে সতী মোক স্থান দিয়া কিছুমান।
এহি বুলি নাৰায়ণ হৈলা অন্তৰ্দ্ধান॥
হেন স্বপ্ন দেখি সতী হৈলা সচকিত।
স্বপনৰ কথা মানে কহিলা স্বামীত॥ ৩২
স্বামী বোলে প্ৰিয়া তুমি থাকিবাহা ভালে।
অয়ত্নে লভিবা সদপুত্ৰ অল্পকালে॥
সেহিদিন ধৰি সতী থাকিল নিয়মে।
স্বামীৰ সংযোগে গৰ্ভৱতী অনুক্ৰমে॥ ৩৩
চৈধ্যশ আঠষষ্ঠি শক জেষ্ঠ যে মাসৰ।
শুক্লা একাদশী তিথি শুকুৰ বাৰৰ॥
নানা সুমঙ্গল হৈলা পূৰ্ণ দশমাস।
সেহি সময়ত আতা হৈলন্ত প্ৰকাশ॥ ৩৪
অৰবিন্দ নিন্দি কান্তি জ্বলে কলেৱৰ।
গণি পঢ়ি পদ্ম নাম হৈল সেহিতৰ॥
যেহি হেতু শুক্লধৰ্ম্ম কৰিব প্ৰচাৰ।
সেহি হেতু শুক্ল কায় জ্বলন্ত আতাৰ॥ ৩৫
কৰন্ত দীপিতি অতি সুচান্দ বয়ন।
ভ্ৰূৱ মদনৰ চাপ কমল নয়ন॥

চক্রাকৃত মাথা নীল আকুঞ্চিত কেশ।
সুসম ললাট শোভে নাসিকা সুবেশ॥ ৩৬
দশন ডালিম্ব পাক্কি বীজ প্রকাশয়।
শোভে চারু কর্ণ কণ্ঠ বক্ষল হৃদয়॥
সিংহবক্ষ কটি স্কন্ধ ভুজ করীকর।
উরু রামকল ভুজযুগ রুচিকর॥ ৩৭
পরম সুন্দর মনোহর রূপ দেখি।
রূপধর নাম হৈলা সেহিরূপ দেখি॥
যেহেতু স্বপ্নত হরি দেখা দিলা আসি।
হরিপো নাম জানা হৈলা সেহি বাশি॥ ৩৮
কহিলন্তু গোসাঁইর রূপ সংক্ষেপিয়া।
বাল্যক্রীড়া কথা কিছু শুনা মন দিয়া॥
অনেক বালকসব আসি লরে সঙ্গ।
শিশু সমে করে ক্রীড়া হুয়া মন রঙ্গ॥ ৩৯
মৃত্তিকার প্রতিমা করিয়া উমলয়।
ফলেফুলে অগ্রভাগ আজাক দিবয়॥
এহিমতে বালকেও পূজন্ত সাদরি।
আরো নানা ক্রীড়া করে কত যত্ন করি॥ ৪০
তাহান ক্রীড়াত পিতৃ-মাতৃর আনন্দ।
হেন সময়ত তান হৈল নিরানন্দ॥
বিহীন হৈলেক পিতৃ নিমাখিত হৈলা।
জ্যেষ্ঠ ভাতৃ সমে প্রেত কার্য্য আচরিলা॥ ৪১

শ্ৰাদ্ধিক ভুঞ্জাইলা বিপ্ৰ ব্ৰাহ্মণে তোষিলা।
বিধিমতে পিতৃৰ কাৰ্য্যক আচৰিলা॥
দুখিত হৈলেক নথাকিল ধনবিত্ত।
দেখি সত্যা সতীৰ বিষাদ হৈল চিত্ত॥ ৪২
দুগুটি বালক মই পালিবো কিমতে।
এহিমতে সত্যা সতী চিন্তন্ত মনতে॥
যুবৰাজ ৰায়ৰ পুত্ৰ কুশ নাম যাৰ।
তাহাৰ যে এক পুত্ৰ সমে সহোদৰ॥ ৪৩
তাহাৰ অষ্টম পুত্ৰ পৰম বিশেষ।
তেহে সমে সদা বেৰে কৰি থাকে দ্বেষ॥
সাম চোৰদাৰে হিংসা কৰিবে লাগিলা।
দুৱ পুত্ৰ গোপালক দেশৰ ডাকিলা॥ ৪৪
শুনি গাখি সত্যা সতী উপায় নপাইলা।
শিশু গুটি লৈয়া পিতৃগৃহে চলি গৈলা॥
ধলপুৰ গ্ৰাম গোসাঁই ঘৰে মাতুলৰ।
শিশু সমে ৰবে ক্ৰীড়া ৰঙে ৰহুতৰ॥ ৪৫
ৰাখাল বালক সমে ধেনুক ৰাখন্ত।
সাতগুটি বালকেৰে পালক কৰন্ত॥
একগুটি বালক ৰাখিলা গৰু-গাই।
তাহান পালত আনে নৰাখিবে যায়॥ ৪৬
ঘৰে থাকি কলি পুথি পঢ়িয়া সদায়।
এহিমতে পাল কৰি গৰুক ৰাখয়॥

একদিনা পালে গৰু চৰান্ত গোসাঁই।
তাপাসক্ত ভৈল দেহা গৰুক চৰাই ॥ ৪৭
সুকোমল দেহা আতি লাৱণ্য প্ৰচুৰ।
পদতল দুই নৱ পল্লৱ প্ৰচুৰ ॥
হাথন্তে হাথন্তে প্ৰভু বৰ দুখ পাইলা।
সহিতে নপাৰি বাপু সুখে নিদ্ৰা গৈলা ॥ ৪৮
ৰাখাল বিহনে গৰু-গাই চলি যায়।
পশিলা ধান্যৰ মাজে নিবাৰন্তা নাই ॥
প্ৰচণ্ড ৰবিৰ তাপ মধ্যাহ্ন কালত।
কৃষকে আসিয়া গৰু দেখিলা ক্ষেত্ৰত ॥ ৪৯
মহাক্ৰোধ কৰি হাতে ধৰি বৰ ডাঙ।
গৰুক নৰাখে ৰাখালক কৰো সাস্ত ॥
এহি বুলি ক্ৰোধে সিটো বিচাৰি চাহন্ত।
মহীতলে দেখে শিশু শুতিয়া আছন্ত ॥ ৫০
ক্ৰোধ কৰি সমীপক গৈলা বেগ ধৰি।
দেখে ভয়ানক সৰ্পে আছন্ত আৱৰি ॥
ফণাছত্ৰ ধৰি ৰবিতাপ নিবাৰন্ত।
ক্ৰোধ চাৰি সিটো মহা বিস্ময়ে গুণন্ত ॥ ৫১
শুক্ল সৰ্পগোট দেখো উপৰে থাকয়।
কিজানি শিশুক ইটো দংশিয়া আছয় ॥
উঠা উঠা বাপু বুলি ডাকে ঘনেঘন।
ডাকিবাৰ শুনি গোসাঁই জাগিলা তেখন ॥ ৫২

আবিমুবি কবি গোসাঁই চক্ষুক মেলিল।
অদৃশ্য হৈলেক সর্প তথাতে হবিল ॥
চক্ষুমেলি দেখে গরু নাহিকে তথাত।
দেখে গরু গৈয়া আছে ধানব মধ্যত ॥ ৫৩
হাতে ডাঙগোট ধবি দেখে বিদ্যমান।
কম্পিত হইল প্রভু সঙ্কিত নয়ন ॥
হেন দেখি সিটোজনে বচন বুলিলা।
দেখোহৌ কহিবে শিশু হবিয়ে ডাকিলা ॥ ৫৪
ভয়ানক সর্পগোট উপবে আছলা।
তোমাক ডাকন্তে সর্প কোথা চলি গৈলা ॥
কোন অঙ্গে দংশিলে দেখাও লোক চাওঁ।
শীঘ্রে কহ বাপ তব মাত্র আগে নেও ॥ ৫৫
ভয় পবিহবি প্রভু বুলিলা বচন।
কোথায়ে আছিল সর্প গৈলা কোন থান ॥
আমাক নখাইল সর্প নিদ্রাত আছিলো।
কেনমত সর্প আমি তাক নেদেখিলো ॥ ৫৬
গোসাঁইব শুনিয়া বাক্য গুণে মনে মন।
গরু খেদিবাক সিটো কবিলা গমন ॥
ক্ষেত্রমধ্যে গরুসব চবিয়া আছয়।
তৃণ বিনে ধান্য একগছো নাহি খায় ॥ ৫৭
উভয় অদ্ভুত দেখি হৈলেক বিস্ময়।
বোলে শিশুগুটি এহন্তে মনুষ্য নোহয় ॥

গৰু নেখেদিয়া যাই গোসাঁইৰ আগত।
দণ্ডৱতে পৰি কৰিলেক প্ৰণিপাত॥ ৫৮
নমো চোমদাৰ সুত ঈশ্বৰ হোৱন্ত।
তোমাৰ অদ্ভুত শক্তি মনুষ্য নোহন্ত॥
মনুষ্যৰ ৰূপে আছা জগত ঈশ্বৰ।
ক্ষেমিয়োক দোষ মই তোমাৰ কিঙ্কৰ॥ ৫৯
আনো নানা স্তুতি-নতি অনেক বুলিলা।
গোসাইক প্ৰণামি সিটো গৃহক চলিলা॥
গোসাঁইৰ মাতৃত কৈলা অদ্ভুত দেখিয়া।
মনুষ্য নোহয় গৰু চাৰিবাক দিয়া॥ ৬০
তোমাৰ পুত্ৰক আমি দেখিলোঁহো যাই।
শুক্ল সৰ্পে ফণা দিয়া আছয় মায়াই॥
নিদ্ৰাত আছিল দেখি ডাকিয়া জগাইলো।
অদৃশ্য হৈলেক সৰ্প বিস্ময়ক পাইলো॥ ৬১
এহি কথা কৈয়া সিটো জন চলি গৈলা।
শুনি সত্যা সতী চিন্তাকুল বৰ ভৈলা॥
যথাত আছন্ত গৰু তৈকে চলি গৈলা।
ৰূপধৰ বাপু বুলি ডাকিবাক লৈলা॥৬২
শুনিয়া গোসাঁইৰ বৰ আনন্দ অপাৰ।
মাতৃৰ গজত আসি ধৰিলন্ত আৰ॥
আশ্বাসিয়া সত্যা সতী পুত্ৰ কোলে লই।
পঙ্কজ সমান মুখে চুম্বন কৰয়॥৬৩

পুত্ৰক আশ্বাসি গৃহে চলি গৈলা আই।
গৰু সমে গধূলিকা আসিলা গোসাঁই॥
সাদৰে গোসাঁইক সতী কৰাইলন্ত স্নান।
কৰাইলা গোসাঁইক দধি মধু অন্নপান॥৬৪
কতিপয় মাস আছা মাতুলৰ ঘৰে।
শুনা সভাসদ কথা আত অনন্তৰে॥
তিতা চোমদাৰৰ ভাতৃ গোপাল বিশেষ।
বিদেশত হন্তে আসি গৃহত প্ৰবেশ॥৬৫
আসিয়া দেখন্ত গৃহে নাহি দুই পুত্ৰ।
লোকত পুচন্ত কিনো ভৈগৈলেক কুত্ৰ॥
কিভৈল কৈগৈল বুলি পুছে বাৰে বাৰ।
লোকে বোলে তুমি চিন্তা নকৰিবা আৰ॥৬৬
পালন্তা নাহিকে সতী নিমাখিত ভৈলা।
শিশু দুটি লৈয়া পিতৃ গৃহভাগে গৈলা॥
কল্যাণে আছয় সতী পুত্ৰ দুই সমে।
মাতুলৰ ঘৰে দুই বাঢ়ে অনুক্ৰমে॥৬৭
শুনি গোপালৰ মনে সন্তোষ মিলিল।
আপোন স্থানত গৃহ নিৰ্ম্মাণ কৰিল॥
গৃহক নিৰ্ম্মিয়া চলি গৈল ধলপুৰে।
দেৱৰ আসয় সতী দেখিলন্ত দূৰে॥৬৮
হাত মেলি স্বৰ্গ যেন লভিলা তেখন।
বসিবাক লাগি আনি দিলন্ত আসন॥

তাতে বসিলন্ত সুখে নৰৰ নন্দন।
দুইগুটি পুত্ৰক দিলন্ত আলিঙ্গন ॥৬৯
সুখ-দুখ বাৰ্ত্তা মানে কহিলা শুনিলা।
দিন দুই ধলপুৰ গ্ৰামতে বঞ্চিলা ॥
ভৈৰপৰা ভাতৃ বধূ পুত্ৰ দুইক নিয়া।
আপোন স্থানত গৃহে থাকিলেক গৈয়া ॥৭০
গোপালে সাদৰে দুই পুত্ৰক পালন্ত।
ভয় পৰিহৰি সতী আনন্দে বঞ্চন্ত ॥
কতো দিনান্তৰে গোপালে ভাইৰ মতি।
দক্ষিণ কুলক লাগি কৰিলন্ত গতি ॥৭১
তহিতে ৰহিলা পুৰ্ত্তমৰ নিকটত।
গোসাঁইৰ কথা আৰে শুনা কেন মত ॥
জন্মভেটি সকৰাহী তহিতে থাকিয়া।
বিবাহৰ সম্ভাৰ সমস্তে নিয়োজিয়া ॥৭২
জ্যেষ্ঠ জনক বিহাহলন্ত ৰঙ্গমনে।
পুত্ৰৰ বিবাহে হৰষিত মাতৃ মনে ॥
আতি সুচৰিতা কন্যা বহাৰী লভিয়া।
পুত্ৰ দুইক চাহি সতী নধৰন্ত হিয়া ॥৭৩
কতোকালে মাতৃৰ মিলিল মৃত্যু আসি।
পৰলোক গেল সতী দুইহাক্তো আশ্বাসি ॥
দুইহানো পুত্ৰ সৰ্ব্ব কাৰ্য্যত প্ৰসস্ত।
বিধিমতে কৰ্ম্ম ধৰ্ম্ম কৰিলা সমস্ত ॥৭৪

পিতৃ-মাতৃ বিহিনে সহোদৰ দুই।
মহা ৰূপৱন্ত আতি অনন্ত গোসাঁই ॥
একাদশ ৰবিৰ সদৃশ কলেৱৰ।
শৰীৰৰ কান্তি আতি যেন শশধৰ ॥৭৫
পঙ্কজ বয়ন অলে পঙ্কজ নয়ন।
পঙ্কজ যুগল কৰ পঙ্কজ চৰণ ॥
হেনয় সুন্দৰ ৰূপ অলে আতিশয়।
গোসাঁইৰ ৰূপক দেখি সৱে মোহ হয় ॥৭৬
পৰম শ্ৰীমন্ত সূৰ্য্যাগিৰি আতিশয় ॥
তান এক জীউ আছে মহা শুভ নয়।
মহা ৰূপৱতী আতি সূৰ্য্যা নামে সতী।
সুচান্দ বদনী ধীৰ গতি স্থিৰ মতি ॥৭৭
কন্যাৰ সদৃশ বৰ নেদেখিলো কৈত।
কাহাক বিবাহ দিবো গুণন্ত মনত ॥
মনে মনে সূৰ্য্যাগিৰি কৰয় সন্ধান।
গোসাঁইৰ বৌ মাতৃ গৈলা সেহিস্থান ॥৭৮
সূৰ্য্যাগিৰি বোলন্ত শুনিয়ো মোৰ বাণী।
লম্বৰ নাতীত মোৰ দিবো কন্যাখানি ॥
কন্যাৰ সদৃশ বৰ নাহিকয় আন।
লৰ নাতি গোসাঁইসে তুল্য সমান ॥৭৯
দুইহানো সমান ৰূপ দেখি ৰঙ্গমন।
দিবোহোঁ কন্যাক শীঘ্ৰে কৰিয়ো যতন ॥

হেনশুনি সতীৰ হৰিষ ভৈল মন ।
বিবাহৰ সম্ভাৰ কৰিলা তেতিক্ষণ ॥৮০
সূৰ্য্যাগিৰি জীউক পিন্ধায়া অলঙ্কাৰ ।
বৰ কন্যা গৃহে গৈলা আনন্দ অপাৰ ॥
অনেক মঙ্গল কৰি কৰন্ত উৎসাহ ।
বিধিমতে গোসাইক যেন কৰিলা বিবাহ ॥৮১
স্বামী গৃহ প্ৰবেশায়া পিতৃ গৃহে নিলা ।
সপ্তম বৎসৰী কন্যা তহিতে ৰহিলা ॥
মনোহৰ চাৰু কন্যা সুচান্দ সুধিৰ ।
জীউৰ চৰিত্ৰ দেখি আনন্দ পিতৃৰ ॥৮২
গোসাইক বিচায়া ৰউ মাতৃৰ আনন্দ ।
সেহিকালে গোসাইৰ মনে নিৰানন্দ ॥
কতোদিন বঞ্চিয়া আছন্ত জ্যেষ্ঠ সমে ।
ষোড়শ বৎসৰ প্ৰভু ভৈলা অনুক্ৰমে ॥৮৩
গৃহা স্পৃষ্টা কাৰ্য্যত নাহিকে কিছুমতি ।
থিৰ নোহে মন বৈৰাগ্যত অনুমতি ॥
হৰি নাম কীৰ্ত্তন কৰয় যেহি থানে ।
আনন্দে চলিয়া যাই থাকে সেহি থানে ॥৮৪
আনো নানা ধৰ্ম্ম কৰ্ম্ম কৰে যথাতথা ।
সেহি সেহি স্থানে যাই থাকয় সৰ্ব্বথা ॥
গৃহৰ কৰ্ম্মত ব্যগ্ৰ নাহিকয় আৰ ।
হৰি হেন বস্তুক মনত ভৈল সাৰ ॥৮৫

শুনা সভাসদ সব দেখা কেনমত ।
কাৰণ নিমিত্তে মতি চলয় সতত ॥
শতবাৰ অগ্নিত সুবৰ্ণ দহিবেক ।
পূৰ্ব্বন্তো কৰিয়া কান্তি অধিক হৈবেক ॥৮৬
হেনজানি লৈয়ো সয়ে সাধুৰ সঙ্গতি ।
হৈবেক পৰম তুষ্ট ত্রিজগত পতি ॥
হৰি তুষ্ট ভৈলে পূৰ্ণ হইবে মনস্কাম ।
শঙ্কৰ-মাধৱ হৰি বোলা ৰাম ৰাম ॥৮৭

---

## দুলড়ী

এহিমতে ঘৰে আছন্ত গোসাঁই
নাৰায়ণপুৰ গ্রাম ।
পৰ্ব্বতীয়া লোক আসিয়া ভৈলেক
মিলিল ঘোৰ সংগ্রাম ॥
হাজাৰে হাজাৰে যুদ্ধৰ সাজনে
যত চুক্তি আসিচয় ।
তাৰ সংখ্যা কৰি কহিবে নপাৰি
ৰজনী বাগা দিবয় ॥৮৮

হেন দেখি সৱে ভূঞা আদিকৰি
হইয়া এক সঙ্গতি।
চুঙ্গি সমে যুদ্ধ কৰিবাক প্ৰতি
সসৈন্যে কৰিলা গতি॥
সেহি সঙ্গে ৰঙ্গে চলিলা গোসাঁই
যুদ্ধ কৰিবাক মন।
উভয় সেনাৰ ভৈল দেখাদেখি
মিলিলেক ঘোৰ ৰণ॥৮৯
হাতে ধনু ধৰি কৰে শৰ বৃষ্টি
উভয় দল প্ৰকাণ্ড।
চুঙ্গি সৱে সৈন্য পাৰিবে লাগিলা
গাৱে হানি বিষ কাণ্ড॥
যুদ্ধত যতেক পৰিলেক সৈন্য
তাৰ সীমা সংখ্যা নাই।
হত শেষ সেনা অস্ত্ৰ-শস্ত্ৰ ধৰি
প্ৰাণ ৰাখি পলাই যাই॥৯০
গোসাঁইৰ লগত নটৰ গভুৰা
আৰ এক ধোবা স্তুত।
বীৰ দৰ্প কৰি শৰ ধনু ধৰি
কৰিলা যুদ্ধ বহুত॥
দশ পাঞ্চ চুঙ্গি আগবাঢ়ি আসি
হানিলা শৰ সন্ধান॥

তুহানো শবীৰ বিন্ধিলেক তানে
তেখনে চাৰিল প্ৰাণ ॥৯১
গোসাঁইৰ অঙ্গক লক্ষ্য কৰি কাণ্ড
হানয় কৰি আস্ফোত।
প্ৰহাৰিলা মানে গোসাঁইৰ শবীৰে
নপৰয় একো গোট ॥
বোলন্ত গোসাঁই নাসিবিহি ধাই
শুন ত্ৰবিৰ্ত্তিক চাই।
যদি আস ধাই মেৰিবো শুদায়
সৱাকো কৰিবো ক্ষয় ॥৯২
এহি বুলি গোসাঁই হাতে ধনু ধৰি
নিৰ্ভয়ে আছন্ত চাই।
পৰ্ব্বতীয়াসৱে কহিবে লাগিলা
অন্যোঅন্যে মুখ চাই ॥
যত যত সৱ প্ৰহাৰিলো আমি
নালাগিল একশৰ।
ই যে মানুষক জানিবি যে ভাই
গাৱে আছে দেৱ বৰ ॥৯৩
এহি বুলি ছুজি শৰ নামাৰিয়া
সৈন্য প্ৰৱেশিলা থায়।
স্বৱাহাকে ইটো প্ৰভাৱৰ কথা
কহিলা সৱে বুজাই ॥

তৈৰ পৰা প্ৰভু আসিলা গৃহক
পথত গুণন্ত যায়।
ৰণে যত প্ৰাণী প্ৰাণ হৰাইল
পুনু নৰ তনু নাই ॥৯৪
ধন জন পুত্ৰ ভাৰ্য্যা ঘৰ বাৰী
ইঠাইত সব্বে ৰহিল।
এহি আৰাঙ্গণী চন্ন হৈয়া আছে
যমপুৰ চলি গৈল ॥
ইটো সবে মিছা মনবেসে ইচ্ছা
কৰয় আক প্ৰবন্ধ।
আগে পিতৃ-মাতৃ ভ্ৰাতৃ মৰি যাই
তাক নেদেখয় অন্ধ ॥৯৫
কিনো ভাগে আজি ৰহিলেক প্ৰাণ
ৰাখিলে যাতো গোসাঁই।
এহিমতে প্ৰভু পথত গুণন্তে
গৃহে প্ৰবেশিলা যায় ॥
দেখি বউ মাতৃ চিন্তা পৰিহৰি
দিলন্ত জল বসন।
সপটে স্নানিয়া বস্ত্ৰক পিন্ধিয়া
ৰহিলা নিজ ভৱন ॥৯৬
সেহি কালাৱধি মনে বিৰকতি
ভৈলেক মহা বৈৰাগ।

হৰি গুণ নাম গান্ত অবিশ্ৰাম
মিলিলেক মহাভাগ ॥
নমো নৰহৰি শঙ্কৰ-মাধৱ
চৰণে শৰণ লৈলো।
তোমাৰ চৰণে পশিলো শৰণে
চৰণে বিক্ৰয় গৈলো ॥৯৭
কৃপাৰ সাগৰ পাৰ কৰিয়োক
সহজ দয়ালু গুণে।
তুমি চিত্ত বিত্ত প্ৰৱৰ্ত্তক হৰি
কৰাহা কৃপা আপুনে ॥
তুমি কল্পতৰু পতিত পাৱন
পূৰা এহি মমকাম।
শঙ্কৰ-মাধৱ বোল মুখভৰি
নচাবোক ৰাম নাম ॥৯৮



## পদ

ৰাম কৃষ্ণ নামত আকুল ভৈল চিত্ত।
চলন্ত গোসাঁই যৈত নামৰ উদিত॥
গান্ত ৰাম ৰামায়ণ একত্ৰে মিলিয়া।
আছন্ত বৈৰাগী সব্ব ষোড়ষ নমিয়া॥৯৯
তৈকে লাগি প্ৰতি দিনে চলন্ত গোসাঁই।
ৰাম নাম আনন্দে ৰজনী বহি যায়॥
অন্ন নিয়োযিয়া বউ মাতৃ থাকা চাই।
সেহিকালে গৃহহন্তে প্ৰবেশ গোসাঁই॥১০০
জল বস্ত্ৰ বউ মাতৃ সাদৰে দিয়ন্ত।
স্নানিয়া গোসাঁই যেবে ভোজন কৰন্ত॥
তেবে বউ মাতৃ অন্ন ভোজন কৰয়।
এহিমতে আছা প্ৰভু দিন কতিপয়॥১০১
দেখি জ্যেষ্ঠ জনৰে যে নসহিল মন।
ভাৰ্য্যাক অনেক মন্দ বুলিলা বচন॥
তাহান বচনে অতি হৃদয় ভেদিলা।
ভয়ে শোকে সতী বৰ বিসাদ লভিলা॥১০২
গৃহকৰ্ম্মে আছা সতী বিসাদ মনত।
আসিয়া ভৈলেক প্ৰভু নিশা সময়ত॥
দ্বাৰে হস্ত দিয়া দেখে লগাইছে হাঙ্গাৰ।
বউ মাতৃ বুলিয়া ডাকন্ত বাৰ বাৰ॥১০৩

বাক্য শুনি বউ মাতৃ বুলিলন্ত বাণী।
গৃহকৰ্ম্মে আছো ৰহিয়োক কিছুখানি ॥
ধীৰে ধীৰে গৈয়া সতী হাঙ্গাৰ গুচাইলা।
বাহিৰৰ পৰা প্ৰভু গৃহত পশিলা ॥১০৪
দেখে বউ মাতৃ আছে অসন্তোষ মনে।
পুছিবে লাগিলা প্ৰভু মধুৰ বচনে ॥
কিকাৰ্য্যে বিমন আজি দেখোহো সাক্ষাত।
স্বৰূপ বচন আবে কহিয়ো আমাত ॥১০৫
এহিবুলি উপবাসে শুতিয়া ৰহিলা।
প্ৰভাতে উঠিয়া গৈয়া স্নানক কৰিলা ॥
বউ মাতৃ গৃহকৰ্ম্ম সৱে নিয়োজিলা।
চাউল চৰু ভোজন সম্ভাৰ সৱে দিলা ॥১০৬
মনত বিৰামে প্ৰভু হৰিক স্মৰিয়া।
জুৰিলন্ত চৰু এক কাখৰ কৰিয়া ॥
ৰান্ধিয়া অন্ন বেঞ্জন কৰিলা ভোজন।
তৃণজলে আস্বাতিয়া হৰিক স্মৰণ ॥১০৭
তাম্বুল ভুঞ্জিয়া গাৱে পবিত্ৰ ৰসন।
ৰাম নাম গাই যথা কৰিলা গমন ॥
শঙ্কৰদাস আতা গৃহ প্ৰবেশি দেখিলা।
কাৰ ইটো চৰু বুলি ভাৰ্য্যাত পুছিলা ॥১০৮
এক গৃহে দুই চৰু ভৈল কি কাৰণ।
শুদ্ধৰ দুষিত কৰ্ম্ম কৰে কি কাৰণ ॥

সতী বোলে কণিষ্ঠে জুৰিলে চক ভাত।
হেনশুনি ক্রোধ বৰ জ্বলিল গাত্রত ॥১০৯
বেৰায়ে চকুৰে সমে একত্র কৰিয়া।
তৃণ একডালি আনি দিলেক ফেলায়া ॥
ৰাম নাম কীৰ্ত্তনে ৰজনী উপগত।
তৈৰ পৰা আসি গোসাঁই ভৈলা গৃহাগত ॥১১০
স্নানিয়া কৰিলা সৱে ভোজন সম্ভাৰ।
দেখে কুটা পৰি চক গৈয়া আছে মাৰ ॥
সেহিদিনা গোসাঁইৰ দিৱসে অনাহাৰ।
বোলন্ত কহিয়ো মাতৃ হেন কৰ্ম্ম কাৰ ॥১১১
কুটা পৰিবাৰ আত নাহিকে কাৰণ।
মাগি আনি ভুঞ্জাতো কৰয় নিবাৰণ ॥
সতী বোলে বৰজনে কৰিছিলা ক্রোধ।
তেহেবিনা আন কোনে কৰিবে বিৰোধ ॥১১২
জানিয়া বিষম কৰ্ম্ম খেদ কৰি মনে।
নিৰাহাৰে উপবাসে ৰহিলা শয়নে ॥
প্ৰভাততে উঠি মনে কৰি আলোচন।
ধ্বহানী ভেটিত বাসা কৰিলা নিৰ্ম্মাণ ॥১১৩
দিনমানে সৱে কৰ্ম্ম নিয়োজ কৰিলা।
গধূলিকা বেলা তাত অন্নক ভুঞ্জিলা ॥
সেহি স্থানে কতোদিন আছন্ত গোসাঁই।
ৰাম নাম গায়া ভক্ত গৈলা সেহি ঠাই ॥১১৪

আতিথ্য কৰিবে লাগি কিছু নাহিকয়।
গুৱা কিছু দিতে প্ৰতি কৰিলা নিশ্চয়॥
একজন ভক্ত গাছে তুলিয়া দিলেক।
নিবাৰিয়া জ্যেষ্ঠ জনে বুলিলা অনেক॥১১৫
ভক্তসৱে বোলে গোসাঁই কৰিলাহা দান।
ভৈলোহোঁ সন্তোষ নকৰিবা অপমান॥
এহিবুলি গোসাঁইক আশ্বাসি গৈলা ঘৰ।
গোসাঁয়ো চলিলা শাস্ত্ৰ পঢ়িবাৰ ভৰ॥১১৬
জয়ভাৰতীৰ স্থানে পঢ়ন্ত সদায়।
জ্যেষ্ঠজনে দিলা কুটা বাৰ সৰকাই॥
গধূলিকা বেলা আসি ঘৰে উপগত।
দেখিলন্ত চকনাশী আছে পূৰ্ব্বৱত॥১১৭
জানিলন্ত কোনে হেন কৰিবেক কৰ্ম্ম।
বুজিলো আমাক তান নাহিকয় মৰ্ম্ম॥
নাহিকয় মৰ্ম্ম তাত কিছু নাহি দায়।
ইথানে আমাক জানো থাকিবে নেদয়॥১১৮
আনো নানা অসন্তোষ কৰিলা অনেক।
বাংসৰ তলত এক বাসা কৰিলেক॥
ঋহানীৰ ভেটি চাৰি মকালৰ গোৰে।
তহিতে বঞ্চন্ত কতো দিন একেশ্বৰে॥১১৯
গোসাঁই নাহিকে ঘৰে শূন্য সেহিকালে।
বাংস কাটি বৰজনে পেলাইলা নিচালে॥

বাংসজোড়ে আবৃত টোলক বাসা বন্দী।
পশিবাক লাগি তাত নাহিকয় সন্ধি ॥১২০
পঢ়িবাৰ স্থান হন্তে আসিলা গোসাঁই।
বোলন্ত ইহাত মোক থাকিবে নেদয় ॥
এহিবুলি তৈতে প্রভু নাথাকিলা ৰহি।
পৰৰ গৃহত ৰাত্রিগোট গৈল বহি ॥১২১
ৰইতে নপাৰি গোসাঁই মকাল ভেটিত।
হাতীশালা থানে বাসা কৰিলা নিৰ্ম্মিত ॥
তৈৰপৰা জয়ভাৰতী থানক চলন্ত।
প্রতি দিনে আসি যায় শাস্ত্রক পঢ়ন্ত ॥১২২
এহিমতে আছা হাতীশালা ভেটি থানে।
তৈতো জ্যেষ্ঠজনে দেন্ত বহু অপমানে ॥
সদায়ে থাকন্ত প্রভু ব্রাহ্মণৰ ঠাই।
পুছিলন্ত জয়ভাৰতী বুজি অভিপ্রায় ॥১২৩
জয়ভাৰতী বদতি শুনিয়ো লৱ নাতি।
কিকাৰণে তোমাৰ বিষাদ দেখো মতি ॥
কহিয়োক কথা সৱে আমাত বুজাই।
হেনশুনি কহিবাক লাগিলা গোসাঁই ॥১২৪
পিতৃৰ বিয়োগে গৈলো মাতুলৰ ঘৰ।
বিহিন ভৈলেক মাতৃ আসি নিজ ঘৰ ॥
একত্রে বঞ্চিতে দাদা ভাল নাহি মনে।
হেন দেখি চক এক জুৰিলো আপুনে ॥১২৫

তাহাক গুচাইলা কালে তৃণ এক দিয়ে।
ঋহানীত বাসা এক আছিলো নিৰ্ম্মিয়ে॥
হহাতে বঞ্চয় বুলি ক্ৰোধ কৰি মতি।
নানা দুখ দিয়া কৈল পৰম বিপতি॥১২৬
তৈৰ পৰা বাসা এক কৰিলো বাংস তলে।
তাহাকো নাশিলা বাংস কাটিযা নিচালে॥
দাদাৰ বিৰোধ সৱে কহন নযায়।
পুনু বাসা নিৰোপিলো হাতীশালা বায়॥১২৭
তহিতো বাঞ্চাতে পুনু কৰে অপকাৰ।
কতনো বিধাতা দুখ লেখিলে আমাৰ॥
শুনি জয়ভাৰতী বোলে ইষত হাসিয়া।
সিসৱে খাইবেক জানা তোমাত মাগিয়া॥১২৮
বিষাদ নকৰা তুমি কিঞ্চিতো মনত।
কৰিয়োক বাসা আসি আমাৰ গৃহত॥
ভাল বুলি গোসাঁই মনত কৰি সাৰ।
হাতীশাল ভেটিক কৰিলা পৰিহাৰ॥১২৯
কৰিলন্ত বাসা যাই ব্ৰাহ্মণৰ ঠাই।
তৈতে থাকি মহানন্দে পঢ়ন্ত গোসাঁই॥
ঈশ্বৰো ঈশ্বৰ তেহেন্তে মহা হৰি।
হৰি হৰ ব্ৰহ্মা যাৰ থাকে আজ্ঞা ধৰি॥১৩০
হেন পদ ছন্দ পঢ়ি থাকন্ত গোসাঁই।
তিনিয়ো দেৱক কোন ঈশ্বৰে চলাই॥

ইটো কথা গুৰু মোত কহিয়ো বুজাই।
জয়ভাৰতী বোলে শুনিয়োক অভিপ্ৰায় ॥১৩১
শাস্ত্ৰকৰ্ত্তাৰেসে ইটো পুণ্যৰ বচন।
তিনি দেৱতাত বিনে আছে দেৱ কোন ॥
ব্ৰাহ্মণৰ বচনত ৰহিলা সংশয়।
তাতপৰে একদিনা পঢ়িয়া আছয় ॥১৩২
হৰি কীৰ্ত্তনৰ কৰ্ম্মে আসি এক জন।
জয়ভাৰতী গুৰুক কৰিলা নিমন্ত্ৰণ ॥
যাইবোহোঁ বুলিয়া তাঙ্ক ভাৰতী পাঞ্চিলা।
তাতপৰে একজন তহিকে আসিলা ॥১৩৩
জয়ভাৰতী গুৰুক কৰিয়া নিবেদন।
পুখুৰী উৎসৰ্গা কামে কৰে নিমন্ত্ৰণ ॥
যাইবোহোঁ বুলিয়া তাঙ্ক দিলেক বিদায়।
হেনদেখি অভিপ্ৰায় পুচিলা গোসাঁই ॥১৩৪
উভয় কৰ্ম্মক গুৰু যাইবো বুলিলাহাঁ।
একজনে দুই কৰ্ম্ম কিমতে কৰাহাঁ ॥
জয়ভাৰতী বোলে আৰ শুনা পৰিচয়।
হৰি কীৰ্ত্তনত একো দ্ৰব্য নিমিলয় ॥১৩৫
গুৱাপাণ চাউল মাহ বস্ত্ৰ একখানি।
কড়ি সিকি টকা কিছু নিমিলয় জানি ॥
তাহাক যাইবাক প্ৰতি মোৰ নাহি মন।
পুখুৰী উৎসৰ্গা থানে পাইবো বহু ধন ॥১৩৬

তাম্ৰ কাংস পিতল বিচিত্ৰ জাৰী খুৰি।
গো বস্ত্ৰ ৰজত স্বৰ্ণ পাইবো মনপুৰি ॥
শুনিয়া গোসাঁই মনে আশঙ্কা কৰন্ত।
হৰি কীৰ্ত্তনক এন্তে শ্ৰেষ্ঠ নকৰন্ত ॥১৩৭
অনিত্য দ্ৰব্যত তান ভৈল আসকতি।
বাঞ্ছিত নোহয় যোগ্য হেনয় সঙ্গতি ॥
তপত লোহাৰ জল হৰয় তখন।
কমল পত্ৰৰ জল মুক্তাৰ লক্ষণ ॥১৩৮
হেনমনে গুণিয়া বুলিলা মৃদুবাক।
হৰি কীৰ্ত্তনক লাগি পাঞ্চিয়ো আমাক ॥
ভাৰতী বোলয় তুমি তহিকে যায়োক।
আনিবা অৰ্চ্চনি দ্ৰব্য যিবা দেয় মোক ॥১৩৯
যৈত হৰি কীৰ্ত্তনৰ পাতিছে সমাজ।
চলিলা গোসাঁই ব্ৰাহ্মণৰ বুজি কাজ ॥
কোমল শৰীৰ আতি দেখিতে সুবেশ।
ধীৰ গতি যাই ভৈলা সভাত প্ৰবেশ ॥১৪০
প্ৰকাশে বদন পূৰ্ণচন্দ্ৰৰ সমান।
শোভে আতি শিৰে বস্ত্ৰ মণ্ডল বিধান ॥
সুসম কপোলে শোভে তিলক সুবেশ।
ভ্ৰূৰযুগ শোভে মদনৰ চাপ বেশ ॥১৪১
নেত্ৰ পদ্মপাসি মুখে মনোহৰ হাসি।
সবাৰে মুহিয়া মন জ্বলন্ত প্ৰকাশি ॥

সাদৰে কমলি আনি দিলেক বিচাই।
সভামাজে মহানন্দে বসিলা গোসাঁই ॥১৪২
হৰিৰ কীৰ্ত্তন কেহোঁ নকৰি সভাত।
আছয় সকলে বসি কহি কথা মাত ॥
দেখিয়া গোসাঁই হেন বুলিলা বচন।
কি কাৰণে নাহিকয় হৰিৰ কীৰ্ত্তন ॥১৪৩
মিছাতে আছাহা গ্ৰাম্য কথাক কহিয়া।
পঢ়িবোহো শাস্ত্ৰ যদি আছে আনি দিয়া ॥
শুনিয়োক গোসাঁই বুলি গৃহস্থে কহন্ত।
পাণ্ডৱী গীতা এক আমাৰ আছন্ত ॥১৪৪
ৰত্নাৱলী নামে গ্ৰন্থ আছে একখানি।
শুনিয়া গোসাঁই তাঙ্ক বুলিলন্ত বাণী ॥
পাণ্ডৱী গীতাক আমাৰ কণ্ঠাগ্ৰে আছয়।
ৰত্নাৱলী গ্ৰন্থখানি পঢ়া নাহিকয় ॥১৪৫
এহিখানি শাস্ত্ৰ আনি দিয়ো শীঘ্ৰ কৰি।
শুনি ৰত্নাৱলী গ্ৰন্থ দিলন্ত সাদৰি ॥
হস্ত পখালিয়া প্ৰভু সাদৰে নমিয়া।
ৰত্নাৱলী শাস্ত্ৰ প্ৰভু আছন্ত পঢ়িয়া ॥১৪৬
উপজিল মহাজ্ঞান পুলকিত কায়।
ঋষভৰ বচনক পঢ়ি পাইলা যায় ॥
সেহি প্ৰশ্ন গোসাঁই মনত কৈলা সাৰ।
যেহি জনে এহি গ্ৰন্থ কৰিল পয়াৰ ॥১৪৭

সিজনক গুৰুৰূপে নিশ্চয় কৰিল।
প্ৰণাম কৰিয়া গোসাঁই শাস্ত্ৰ সম্বৰিল ॥
তাত পাছে কৰি সৱে হৰিৰ কীৰ্ত্তন।
গৈলা ঘৰাঘৰি কৰি সভা বিসৰ্জ্জন ॥১৪৮
গোসাঁই ৰহিলা যাই ভাৰতীৰ ঘৰে।
শুনিয়োক যেন কথা ভৈল আত পৰে ॥
পঢ়ি শুনি কতোদিন তথাতে আছিলা।
বৈশাখ মাসৰ বিষু আসিয়া মিলিলা ॥১৪৯
হেন দেখি জয়ভাৰতী কি কৰ্ম্ম কৰিল।
একখানি কৰি বস্ত্ৰ গাৱে গাৱে দিল ॥
গোসাঁইক সম্বোধি তেহে বুলিলা বচন।
তোমাৰ যোগ্যৰ ঘৰে নাহিকে বসন ॥১৫০
এহি বুলি দিনান্তৰে বস্ত্ৰ একখানি।
দীৰ্ঘ প্ৰস্থ হ্ৰস্ব সেহি বস্ত্ৰ দিলা আনি ॥
ব্ৰাহ্মণৰ বস্ত্ৰ নিলা কৰিয়া সন্মান।
নিৰিখিয়া বস্ত্ৰ প্ৰভু পাইলা অপমান ॥১৫১
শুনা সন্ত সাধু যাৰ জন্ম নিৰহিত।
সিজনৰ হৈবে কিবা অপায় ৰহিত ॥
ভক্ত সমস্তৰে জন্ম কৰি নিবাৰিত।
নৰৰূপে অৱতাৰ লভিয়া ভূমিত ॥১৫২
নাহিকয় কৰ্ম্ম যাৰ আছে দুখ শোক।
মনুষ্যৰ স্ৰষ্টা সৱে দেখান্ত লোকক ॥

জানিয়া যাহাৰ বাঞ্ছা তাহান চৰণ।
তান গুণ নাম কৰা শ্ৰৱণ কীৰ্ত্তন ॥১৫৩
মনুষ্য জন্মত পৰে নাহিকয় আৰ।
হৰি হেন বস্তুক কৰিয়ো আৰে সাৰ ॥
সান্ত মূৰ্ত্তি চিদানন্দ জানিয়া ভজিয়ো।
শঙ্কৰ-মাধৱ হৰি সদায়ে ঘোষিয়ো ॥১৫৪

---

## ছবি

অবিদ্যা জনিত আতি সুখে হুয়া বিৰকতি
মিলিলেক পৰম বৈৰাগ্য।
হৰি বিনে নাহি গতি নিশ্চয়ে কৰিলা মতি
বাঢ়িলা হৰিত অনুৰাগ ॥
হৰিক স্মৰণ সদা অন্য পুণ্য নাহি তদা
হৰি বিনে সকলে অসাৰ।
কৰিবো হৰিক ধ্যান যাইবো আমি অন্য থান
হেন মনে কৰিলন্ত সাৰ ॥১৫৫
চাহিয়া নিৰ্যান স্থান দেখিলন্ত বিদ্যমান
সমস্তে গ্ৰামৰ মধ্যস্থলে।
আছিলেক মহাখ্যাত হৰিনামে বিপ্ৰ তাত
শোভে এক পুষ্কৰিণী জলে ॥

সেহি পুখুৰীৰ পাৰে　　বাসা প্ৰস্ত কৰিবাৰে
　　বোলে জগন্নাথ চৰণক।
বিলম্বক পৰিহৰি　　গৃহ এক দিয়ো কৰি
　　যাইবো চলি আমি নিজস্থানক ॥১৫৬
গোসাঁইৰ শুনিয়া বাণী　　বাংসবন সব আনি
　　থান হৰি পুখুৰী পাৰত।
নিৰ্ম্মলেক পুৰি চিত্ৰ　　কৰিলা থান পবিত্ৰ
　　শোভে পুষ্প তুলসী তাহাত ॥
হেন থান বিতোপন　　যাইবাক লাগিলা মন
　　ভাবতীৰ আগে নিগদতি।
শুনিয়োক গুৰু আবে　　পুখুৰীপাৰক যাচৈবে
　　নিবেদোহোঁ তোমাত সম্প্ৰতি ॥১৫৭
ভাবতী বোলয় তুমি　　যাইবা কিনো দিবো আমি
　　এহি বুলি দিল ষষ্ঠ স্কন্ধ।
গোসাই বুলিলা হেন　　দিলা গুৰু বুজি মন
　　শাস্ত্ৰভেদে আমাৰ প্ৰবন্ধ ॥
আনো নানা প্ৰিয় বাণী　　বুলিলন্ত বহুখানি
　　তৈৰ পৰা চলিলা গোসাঁই।
হৰি পুখুৰীক ৰঙ্গে　　পাইলন্ত আপিন সঙ্গে
　　নিজ গৃহ প্ৰৱেশিল যাই ॥১৫৮
হৰিক কৰিয়া ধ্যান　　বহিছন্ত সেহি স্থান
　　বিষয়ত পৰম বিৰক্ত।

সত্য শৌচ ক্ষমা ধৃতি আচৰন্ত সৱে নীতি
হৰি গুণ নামে অনুৰক্ত ॥
ভগৱন্ত ঈশ্বৰৰ গুণনাম সমূহৰ
স্মৰণ চিন্তন শ্ৰদ্ধা বৰ ।
গুচি মায়া বৃত্তি যত উপগত বিৰব্ৰত
ভৈলা আতি শুদ্ধ নিমৎস্বৰ ॥১৫৯
প্ৰভাতে উঠিয়া স্নানি পুষ্প তুলসীক আনি
দুইহানৰ মালাক গান্থিয়া ।
থাপি তথা শাস্ত্ৰ হৰি আৱাহন্ত ধ্যান কৰি
মালা জল তুলসীক দিয়া ॥
এহিমতে ভক্তি ভাৱে পূজন্ত হৰিৰ পাৱে
তুলসীৰ মালা শিৰে ধৰি ।
ৰামকৃষ্ণ নাম মুখে বুলিয়া একান্ত সুখে
জপন্ত হাতত মালা ধৰি ॥১৬০
এহিমতে সৰ্ব্বক্ষণ আছে যেবে কতো দিন
দেখি সৱে পৰম বিস্ময় ।
মহন্ত গোসাঁই মানি চাউল-মাহ দ্ৰব্য আনি
দিয়া সৱে সাদৰে পূজয় ॥
যেহি যিবা বাঞ্ছা কাম পূৰ্ণ হৱে মনস্কাম
বিষ্ণুবুদ্ধি ভৈলা সমস্তৰ ।
যহিক চলিয়া যায় অন্যো অন্যে থাকে চাই
দেখি মোহ হৱে সৱ নৰ ॥১৬১

অন্যো অন্যে কহে মাতি দেখিওক লর নাতি
কেনমতে কৰয় প্ৰকাশ।
তিলক কপোলে বজ্বয় মুখ আটি প্ৰকাশয়
যেন তৈল কমল বিশেষ ॥
ধীৰ গতি স্থিৰ মতি মাথে মাল্যা কৰে জ্যোতি
মুখে মৃদু মন্দ মন্দ হাস।
হৰ বিষ্ণু ব্ৰহ্মা ঋষি নৰৰূপে আছা আসি
বিষযত পৰম নৈৰাশ ॥১৬২
দেখিয়ো চৰিত্ৰ কেনে, কিছু চিন্তা নাহি মনে
হৰিক চিন্তন্ত সৰ্ব্বক্ষণে।
শোক দুখ নিমিলন্ত মহাসুখে প্ৰবৰ্ত্তন্ত
পূজন্ত হৰিসে সৰ্ব্বক্ষণে ॥
আমি সৱ মূঢমতি ৰাত্ৰি দিনে নাহি আতি
ধন জন পুত্ৰ ভাৰ্য্যা আসে।
নাহি সুখ কিছুমান খাইবাক নোজোৰে অন্ন
বন্দী হুয়া আছো মোহ পাশে ॥১৬৩
এহি বুলি গৃহে যাই যেহি যিবা দ্ৰব্য পাই
শীঘ্ৰে আনি পূজয় সাদৰে।
গোসাঁইৰ মন্দিৰে যাই দ্ৰব্য লৈয়া আগুৱাই
থৈয়া সৱে চলি যাই ঘৰে ॥
সহস্ৰ জলিয়া এক আছে দিবা কলসেক
নৱকখি চাউল তাতে থস্ত।

নবদিনে তাত শূন্য পুত্র হোৱে উতপন্ন
এহিমতে প্রবৃত্তি থাকন্ত ॥১৬৪
সপ্ত পাত শাক তয় বোপণ কবি আছয়
সাতদিনে তাহাব বেঞ্জন
এক এক কবি ছিয়ে আনি আগ প্রতি দিনে
সাত দিনে কবয় ভোজন ॥
বউ মাতৃ মহাসতী গোসাঁইক লাগিয়া প্রতি
চাউল দ্রব্য যতন কবন্ত ।
স্বামী বিনে আনি দেন্ত কলসে ভবি আনন্ত
আকলে আথবি চলি যান্ত ॥১৬৫
গৃহব পুখুবী জল মৃত্তিকয় সুনির্ম্মল
তৈব জল আনিবোহোঁ যায় ।
দেখন্ত গোসাঁই নাই গৃহপশি আসে থই
পুত্র দ্বাবে গাল্ডিক পিন্ধাই ॥
এহিমতে বউ মাতৃ চাউল দ্রব্য কবি যুক্তি
মাসে মাসে আনিয়া থৱন্ত ।
গোসাঁই বোলন্ত আনে থৈবে আসি কোন জনে
তেন মনে গুণিয়া লৱন্ত ॥১৬৬
সূর্য্যাগিবি জাউ সতী কবন্ত বিলাপ আতি
কিনো বিধি লিখিল আমাব ।
কবিলা গোসাঁই ত্যাগ লভিল মহন্ত ভাগ
নপাওঁলোহোঁ সেৱা কবিবাব ॥

জগন্নাথ চৰণক সূৰ্য্যাগিৰি বুলিলেক
হৌক মোৰ জন্মৰ সাফল।
লিপিবোঢ়োঁ গৃহখানি নিবেদিলোঁ মহামানি
আন মই নকৰোঁ বিফল ॥১৬৭
হেন নিবেদন শুনি ভাগিনে মাতিলা পুনি
লিপিবাহীঁ গৃহক একলে।
গোসাঁই একদিনাহন্তে ভাগিনক বুলিলন্ত
গৃহখানি মুছিবাহা ভালে ॥
গোসাঁই চলিয়া ভৈলা ভাগিন গৃহক গৈলা
শুনা আৰে কথা যেন মত।
মাৰ আগে কহিলন্ত গোসাঁই গৃহে নাহিকন্ত
তেবে বাকা ভৈলন্ত আগত ॥১৬৮
চলিয়োক মাৰ তুমি মাজিয়োক গৃহখানি
আমি বহি থাকিবোহোঁ চাই।
শুনিয়া তাহান বাক গৈলা গৃহ মাজিবাক
সাৰীয়া মাৰ্জ্জন্ত গৃহ আই ॥
কৰি অতি শ্ৰদ্ধামন লিপিচন্দ্ৰ বিচক্ষণ
ভাগিনে চৌদিশে আছা চাই।
নাহি ঘৰ তৃণ বন নেদেখিল তেতিক্ষণ
অলক্ষিতে মিলিল গোসাঁই ॥১৬৯
দেখি সতী বাহিৰাই ভয়ে লঘৰিয়া যাই
অস্থিৰ ভৈলেক সতী বৰ।

গোসাঁই বোলন্ত বাক দিলে কোনে আনিবাক
এহিবুলি থকিলা নিতৰ ॥
জগন্নাথ বিনে আনে পুত্ৰ মৰাইলেক কোনে
এহিবুলি বিষাদ কৰন্ত ।
জগন্নাথ চৰণৰ মনে ভয় লগা বৰ
গোসাঁইৰ পাৱত পৰিলন্ত ॥১৭০
মোমা বহুদিন হন্তে গৃহকৰ্ম্মে ধৰিচন্তে
আৰে তুমি দেখি নাহি ঘৰে ।
সেহেঁ পুত্ৰ দেখিছয় আমি আছিলোহো চাই
কৈবৰ্ত্তে আনিলা সত্বৰে ॥
তোমাৰ অদ্ভুত শক্তি জানিয়া নকৰো ভক্তি
মোকপ্ৰতি তুষ্ট হৈয়ো মতি ।
হে প্ৰভু হটো মোৰ ক্ষেমিয়োক দোষ মোৰ
দুয়ু পাৱে কৰোহো প্ৰণতি ॥১৭১
শুনি আতা হেন বাক মন দুখ কৰি ত্যাগ
বোলে ইটো নোহয় যুগুত ।
আনো নানা বিচক্ষণ কহিলন্ত মহাজ্ঞান
শুনা সৱে কথাৰ প্ৰস্তুত ॥
সান চোমদাৰ থাতে তাহান বচাৰী সাত
তেহোঁ সৱে শুনিলা শ্ৰৱণে ।
অনেক কামনা কৰি চলি গৈলা নৰ-নাৰী
গোসাঁইক পূজয় সৰ্ব্বজনে ॥১৭২

বউ মাতৃ লগ ধৰি ভিন্নে ভিন্নে আসি নাৰী
কেহোজনে কৰিয়া কামনা।
কেহো বিষ্ণু বুদ্ধি কৰি বস্ত্ৰ দ্ৰব্য হাতে ধৰি
অনুক্ৰমে সেৱে সাতজনা ॥
আনো লোক নিৰন্তৰ চলিয়া গোসাঁই ঘৰ
কেহো পুত্ৰ কামনাক কৰি।
যাৰ যেন শক্যমানে পূজে সৱে সাৱধানে
ভুক্তিনতি ভকতিক কৰি ॥১৭৩
পতিমাক সৱে নৰে পূজে নাৰায়ণপুৰে
নুপূজন্ত লোক নাহি পাত।
কপৱন্ত মহাসন্ত সমস্তেও জানিলন্ত
লৱনাতি গোসাঁই নামে খ্যাত ॥
যত লোক আসিচন্ত সমস্তাক সাদৰন্ত
মৃদুবাক্য সবাকে বোলন্ত।
পুষ্প তুলসীক দেন্ত গুৱাপাণে সন্তোষন্ত
সদ্য শাস্ত্ৰ পঢ়িয়া থাকন্ত ॥১৭৪
যিটোজনে গৱাদিক পৰাকেযে বিকিলেক
সিজনৰ চিন্তা কিবা বৈলা।
ভৈলা প্ৰভু প্ৰিয়াহীন চিন্তে হৰি ৰাত্ৰি দিন
হৰিসে পালক আসি ভৈলা ॥
বৎসপ্ৰায় মহাসন্ত ধেনুৰূপ ভগৱন্ত
পালন্ত ফুৰন্ত ৰক্ষা কৰি।

তেন হৰি ভক্তবশ্য শাস্ত্ৰতো এহি ৰহস্য
নিৰন্তৰে ভজিয়োক হৰি ॥১৭৫
হৰিক পাইবাৰ জান নাহিকে উপায় আন
ভকত জনেসে পন্থ সাৰ ।
জানি ভকতত ভক্তি কৰিয়া দৃঢ় আসক্তি
হৰি বুলি তৰিয়ো সংসাৰ ॥

---

## দুলড়ি

এহিমতে হৰি পৃথুবী পাৰতে
আছন্ত হৰি ধিয়াই ।
যেহি ভক্তিভাৱে গৃহে নিমন্ত্ৰয়
তেকে লাগি চলি যায় ॥১৭৬
এক বুঢ়ী থান লেপন কৰিয়া
বৈসাইলা দিয়া আসন ।
ধুপ দীপ গন্ধ নৈবেদ্যে পূজিলা
বুলিলা স্তুতি বচন ॥
পুনু একদিনা সেহিমতে বুঢ়ী
সাদৰে নিয়া বৈসাই ।
পূৰ্ব্বমতে পূজা কৰি বুলিলেক
শুনিয়ো আৰে গোসাঁই ॥১৭৭

ঘৰ চুৰি কৈল ব্যাঘ্ৰ আসি ভৈল
গৰু গুটি নাশ কৈয়া।
গৃহৰ যে লাউ নিগুটি কৰিল
বানৰ সব আসিয়া॥
ইটো সয়ে মন্দ তোমাৰেসে কৰ্ম্ম
এত্তেক খানি বিলাই।
গোসাঁইৰ যে মনে নসহিল ভাক
তৈৰ পৰা চলি যায়॥১৭৮
আৰ এক বুঢ়ী মৰণৰ কালে
কহে কথা লাসে লাসে।
লোক আসিচয় মাছ মাৰিবাৰে
ভিতৰ পুখুৰী আসে॥
মোৰ নাতি পুতি খাইবাক লাগয়
নামাৰিব মাছ ভাত।
হেন দেখি আতা বিস্ময়ে শুণয়
মিলিছে মৃত্যু আগত॥১৭৯
জতো ৰামনাম মুখে নোবোলয়
দেখিবাৰ যোগ্য নুই।
এহিবুলি গোসাঁই নাথাকিলা বই
গৃহ প্ৰবেশিলা গই॥
বউ মাতৃ এক কাচি দিয়াছিল
তাতপৰে নাহি অসি।

এক দিনান্তৰে ৰবজনে তাক
বিচাৰন্ত ধসমসি ॥১৮০
বউ মাতৃ বোলে সকজন কাছে
আছে সিটো কাচিখানি।
শুনি ৰবজনে তৰ্জ্জিবে লাগিলা
শীঘ্ৰকৰি দেহ আনি ॥
ভয়ে সতী যাই আতাৰ আগত
কহন্ত কাচিৰ কথা।
শুনিয়া গোসাঁই খণ্ড কাচিখানি
ফেলায়া দিলন্ত তথা ॥১৮১
বোলন্ত গোসাঁই ইমত অন্যায়
ৰবজন কিনো ভৈলা।
পিতৃৰ দ্ৰব্যক একো নপাইলো
সৰ্ব্বস্ব আগ্ৰহি লৈলা ॥
এহি খৰাকাচি খানি আনি আছো
ইহাক নিলেক কাঢ়ি।
আজি ধৰি আৰ অস্নিৰ কৰ্ম্মক
কৰিতে কিছু নপাৰি ॥১৮২
খেদ পৰিহৰি ৰহিলা গোসাঁই
বউ মাতৃ চলি গৈলা।
আতাৰ মনুষ্য ভাৱ বিত্তোপন
শুনা যেন কথা ভৈলা ॥

মালা জাপ্য কৰি আছিলন্ত আতা
হুয়া অতি শুদ্ধভাৱ।
সেহি সময়ত আতাৰ ভাগিনে
নমিলন্ত যাই পাৱ ॥১৮৩
গোসাঁই বোলন্ত শুনিয়ো ভাগিন
ভৈলা এক অথন্তৰ।
বউ মাতৃত যে খুজি আনিছিলো
খণ্ড কাচি এডোখৰ ॥
বৰজনে তাক কঢ়াই আনিলেক
ভৈলো আরে নিৰুপায়।
বোলন্ত ভাগিনে আনিবো কটাৰী
আমি কালি পুৱা যায় ॥১৮৪
তযু কথা কৈয়া নির্ম্মাল্যক দিয়া
কমাৰক আলিঙ্গিয়া।
আনিবো কটাৰী এহিবুলি যাই
থাকিলা ৰাত্ৰি বঞ্চিয়া ॥
সেহি ৰাত্ৰিভাগে কমাৰৰ আগে
পুৰুষেক দেখা দিলা।
শ্যাম কলেৱৰ গাৱে পীতবাস
বচন হেন বুলিলা ॥১৮৫
শুনিয়ো কমাৰ বচন আমাৰ
দিয়ো মোক অস্ত্ৰখানি।

বোলন্ত *সছুলি কোন তুমি বুলি
কহিয়ো স্বৰূপ বাণী ॥
তয়ি যাক চিন্ত সেহিজন আমি
দেখিয়ো নয়ন ভৰি।
অসিৰ কাৰণ আইলো তৱ স্থান
জানিবি নিশ্চয় কৰি ॥১৮৬
এহিবুলি হৰি অন্তৰ্দ্ধান ভৈলা
কমাৰো পৰিলা সাৰো।
স্বপ্নত ঈশ্বৰে দেখা দিলা মোক
খুজিলা মোত কটাৰী ॥
যদি কোনোজনে খোজে আসি অসি
তাহাক দিবো নিশ্চয়।
অৱশ্যে জানিলো সিজনক অসি
দিবাক মোক লাগয় ॥১৮৭
এহিমতে গুণি আছন্ত কমাৰ
ৰজনী যেবে আস্তাইল।
প্ৰভাতত উঠি আতাৰ ভাগিনে
তৈকে লাগি চলি গৈল ॥
কাচি কটাৰাৰে গৃহ কমাৰৰ
নামত সছুলি খ্যাত।
কোন আসে বুলি বসিয়া আছন্ত
ভৈলেক গৈয়া সাক্ষাত ॥১৮৮

* সছুলি—কমাৰৰ নাম।

দেখিয়া পুছিৰে     লাগিলা সাদৰে
কৈৰ তুমি আসা এথা।
কিবা আগমনে     ভৈলাহা সাক্ষাত
কহিয়ো কাৰ্য্যৰ কথা॥
ভাগিনে বোলন্ত     শুনা গুণৱন্ত
তোমাৰ থানক লাগি।
দয় নাতি গোসাঁই     পঠাইলেক মোক
তোমাত অসিক মাগি॥১৮৯
নিৰ্ম্মাল্য পিন্ধিয়ো     অসি এক দিয়ো
মোৰ এহি প্ৰয়োজন।
শুনিয়া তেখনে     কমাৰৰ গাতি
ভৈলেক হৰিষ মন॥
আথেবেথে গৈয়া     আনিয়া আসিলা
নিৰ্ম্মাল্য লৈলা সাদৰি।
বোলন্ত শুনিয়ো     স্বপনত আসি
দেখা দি খুজিলা হৰি॥১৯০
স্বপ্নত খুজিল     সচেতে মিলিল
কিনো মই তপসাইলো।
দয় নাতি গোসাঁই     মনুষ্য নোহয়
তাহাক অৰ্চ্চিবে পাইলো॥
এহিবুলি শীঘ্ৰে     শাল নিয়োজিয়া
তথানি অসি নিৰ্ম্মিলা।

বিচিত্ৰ কৰিয়া গোসাঁইক লাগিয়া
ভাগিনৰ হাতে দিলা ॥১৯১
বোলে আৰু এক অসি দিবো মই
আসিবাহা মোৰ ঠাই।
নৰ নাতি গোসাঁই মনুষ্য নোহয়
জানিবা আৰু নিশ্চয় ॥
এহিকথা কই ৰহিলা কথাৰ
ভাগিন আসিয়া ভৈলা।
প্ৰণাম কৰিয়া আতাৰ আগত
অসি দুইখান থৈলা ॥১৯২
বোলে মোমা আৰু অসি দিবে প্ৰতি
আমাক মাতি আছয়।
লাগে একখানি আনিছা দুখানি
আৰু যাইবে নলাগয় ॥
হেনমতে আতা অসিক লভিয়া
আছা কতো দিনমান।
সেৱক দাস নামে এগুটি বালক
আসি ভৈলা সেহি থান ॥১৯৩
নমিয়া আতাক বুলিলা বচন
বন্ধুবৰ্গ আমি হীন।
ৰাখিয়ো গোসাঁই সেৱো তয়ু পাই
থাকিবোহো কতো দিন ॥

শুনিয়া গোসাঁই পুছিলা তাহাৰ
বাপ-মার আছে কোথা।
বোলন্ত বালকে বাপ-মার নাই
থাকিবো তোমাৰ এথা ॥১৯৪
নাম গুণ শুনি আছয় বালক
নাহিকয় কৰ্ম্ম আৰ।
আতাক সম্বোধি বালকে বোলয়
স্বভাৱ যেন আমাৰ ॥
থাকিতে প্ৰকট গাৱ কটকট
কৰে একো কৰ্ম্ম নাই।
বসিয়া থাকোহো কি কৰ্ম্ম কৰিবো
পাঞ্চিয়ো মোক গোসাঁই ॥১৯৫
বোলন্ত গোসাঁই কিছু কৰ্ম্ম নাই
চলা তুমি আন ঠাই।
এহি বুলি আতা গৃহে নাৰাখিয়া
দিলন্ত তাক বিদায় ॥
কতো দিনে এক ব্ৰাহ্মণ তনয়
আসিলা গোসাঁইৰ ঠাই।
পুছিলা গোসাঁই কোন তুমি কৈৰ
কহিয়ো মোত বুজাই ॥১৯৬
ব্ৰাহ্মণ নন্দন বুলিলা বচন
গোসাঁই কি কহিবো কথা।

মোৰ পিতা নিজ হাবুঙ্গীয়া দ্বিজ
থাকো মই যথা তথা ॥
চেৰস্তিয়া কৰি থৈলা পিতৃ-মাতৃ
দিয়া মোক যজ্ঞসূত্ৰ ।
নাহি ঘৰ-বাৰী ফুৰো ভিক্ষা কৰি
থিৰে থাকিবোহো কুত্ৰ ॥১৯৭
বোলন্ত গোসাঁই থাকিবো ইঠাই
ব্ৰাহ্মণ তুমি নন্দন ।
গোসাঁইৰ আসনে শাস্ত্ৰক থাপিছো
কৰিবা পূজা অৰ্চ্চন ॥
ব্ৰাহ্মণ তনয়ে বুলিলা বিনয়ে
শূদ্ৰাতে ব্ৰাহ্মণ ভৈলো ।
ধ্যান আৱাহন পূজা বিসৰ্জ্জন
শিখিতে মই নপাইলো ॥১৯৮
গোসাঁই বোলন্ত ফুল তুলসীক
আনিয়া থান লেপিবা ।
শ্ৰীকৃষ্ণায় নমঃ বুলি তুলসীক
শাস্ত্ৰৰ উপৰে দিবা ॥
একচলু জল নিজপায় দিবা
বুলিবা তুতি বচন ।
চক এক জুৰি বান্ধি খাইবা অন্ন
থাকিয়োক সৰ্ব্বক্ষণ ॥১৯৯

আভার বচনে ব্রাহ্মণ নন্দনে
শুনিয়া বুলিলা বাক ।
যি কর্ম্ম করিতে কহিলা গোসাঁই
অবশ্যে করিবো তাক ॥
থাকিবোহো বুলি কহিলাহা স্থির
রহিলা মন হরিষি ।
নিত্যাগতে সেহি কর্ম্মক করয়
আনিয়া পুষ্প তুলসী ॥২০০
একদিনা আভা পুছিলাহা তাত
কিমতে পূজাক হরি ।
বোলন্ত ব্রাহ্মণে শাস্ত্রর উপরে
ফুল-জল দেও ভরি ।
নাহি মন্ত্র-তন্ত্র কিছু নজানোহো
লাংথোলা মুণ্ড মাত্র ।
ইহাক বুলিয়া পূজ প্রতিদিনে
আন কিছু নোহো পাত্র ॥২০১
তাহার বচনে নন্দিল মনে
আপুনি গৈয়া চাহন্ত ।
জল পুষ্প পরি সিটো শাস্ত্রখানি
অর্দ্ধেক গলি আছন্ত ॥
পরম বিষাদ লভিয়া গোসাঁই
বুলিলা তেন বচন ।

ব্রাহ্মণ তনয় নথাকিবা ঐত
চলিয়ো অন্য ভবন ॥২০২
এহি বুলি শাস্ত্র বৌদ্র তাপ দিয়া
থাপিলন্ত পূর্ব্ব ঠাই ।
আতাব বিমনে ব্রাহ্মণ নন্দনে
দেখি নথাকিল বই ॥
ব্রাহ্মণ তনয় যেবে চলি গৈলা
বহিছা আতা একাই ।
তৃণাসনে বসি মালা জাপ্য কবি
আছন্ত হবি ধিয়াই ॥২০৩
শুনা সন্তগণ হয়া একমন
আতাব চবিত্র কথা ।
নকবি বিবাম মুখে বোলা বাম
জনম নকবা বৃথা ॥
জানা ইটো কৃত্য হবিব চবিত্র
সন্তব কৃপাত পাইলো ।
হবিতেসে চিত্ত দিয়া বিবচিত
আমি সেহিমতে গাইলো ॥২০৪
জানিয়া গ্রহণ কবিয়ো সজ্জন
মাণিক চিনিয়া লৈয়ো ।
এবিয়া অসুয়া নিন্দা অহঙ্কাব
দূবতে ছাড়িয়া থোয়ো ॥

যদি ইটো কথা　　জানা সবে বৃথা
　　যি মনে যাৰ লৱয় ।
নাহি তাত হানি　　কথাক বখানি
　　পবিত্ৰ বাণী নিশ্চয় ॥২০৫
যদি হয় সন্ত　　আকুল হৈৱন্ত
　　অকৃষ্ণক চিনি পাই ।
ভাণ্ডৰ বিচাৰ　　কৰিবাৰ আৰ
　　তাৰ কিছু দায় নাই ॥
জানিবাহা ভাণ্ড　　ইটো পদছন্দ
　　অক্ষৰ পদ স্বৰূপ ।
গুণক বৰ্ণাই　　ইটো পদ চাই
　　ধৰি আছে মহাৰূপ ॥২০৬
নানান ৰূপীয়া　　প্ৰতিমা কৰিয়া
　　আছে ধান্দ পাষাণৰ ।
ব্ৰাহ্মণৰ হাতে　　হৱয় সাক্ষাত
　　পূজিত হৱয় বৰ ॥
হৰিৰ প্ৰতিমা　　জানিয়া মহিমা
　　নেসেৱয় কোনজন ।
মহন্তৰ বাক্যে　　ভৈলা পদচয়
　　শুনিয়ো সবে সজ্জন ॥২০৭
আপদ ব্যাধিৰ　　ঔষধ সুসাৰ
　　বিচাৰ কৰিয়া লৈয়ো ।

প্ৰাণ ৰহিলেসে সিজে সৰে পুণ্য
জানিয়া সাৰ কৰিয়ো ॥
অমূল্য বস্তুৰ চিত্ৰৰ বিচাৰ
ইটো মহা অদভূত।
যাহাৰ প্ৰসাদে বঞ্চিবা সুখদে
তাহাৰ চাৰা প্ৰস্তুত ॥২০৮
বোলৈ যদি মোৰে ধন ধান্য পৰে
আৰ্জ্জিয়া আছো বহুত।
হেন অহঙ্কাৰে জানা সন্ত নৰে
তেজিতে নোহে যুগুত ॥
কৈত নলাগয় যিটো সন্তছয়
কৰিতে নপাৰে ত্যাগ।
যেন অলিকুলে সৰে তৰু ফুলে
পিয়ে মধু মহাভাগ ॥২০৯
ভকত ভ্ৰমৰ পৰম চতুৰ
পিয়ন্ত মধু সদায়।
ভকত লুভীয়া মধুক লুভীয়া
দুইৰো একমত প্ৰায় ॥
সভাসদগণ হুয়া একমন
শুনা তেজি আনকাম।
ভূঞ্জিয়া ভুকুতি পাইবা মুকুতি
সদা বোলা ৰাম ৰাম ॥২১০

পদ

শুনা সন্ত সাধুসব হুয়া সাৱধান।
আতাৰ চৰিত্ৰ সুধা অমৃত সমান ॥
শুনন্তে ভকতি বাঢ়ে মৰিলেও গতি।
জানিয়া একান্ত মনে শুনিয়ো যুগুতি ॥২১১
হৰি পুখুৰীৰ পাৰে আপোন ভৱনে।
দিবা ৰাত্ৰি হৰিক চিন্তন্ত একমনে ॥
চিন্তন্তে চিন্তন্তে হৰি ভৈলেক সাক্ষাত।
সুন্দৰ বালক গুটি দেখন্ত নিদ্ৰাত ॥২১২
অলকা আবৃত মুখ জলে তনুশ্যাম।
চৰণ পঙ্কজ দুই আতি অনুপাম ॥
দশন মুকুতা পান্তি কৰ কিশলয়।
এহিৰূপে হৰিক যে নিদ্ৰাত দেখয় ॥২১৩
একত্ৰ হইয়া যেন সঙ্গে শুতিছয়।
লাসবেস কৰি যেন আলিঙ্গি ৰহয় ॥
চেতন লভিয়া তাঙ্ক বিচাৰি নপান্ত।
হৰিক চিন্তিয়া পুনু মালাক জপন্ত ॥২১৪
জপন্তে জপন্তে কিছু নিদ্ৰা উপগত।
সেহি ৰূপে দেখা পুনু দিয়ন্ত আগত ॥
এহিমত ভাৱে বঞ্চি থাকন্ত সতত।
ৰাত্ৰি ভাগে সুখ আৰু শুনা কেনমত * ॥২১৫

* আতা শয়ন কৰিলে অন্তত বল তিনিচৌপ সদায় মুখত পৰি থাকে।

হৰিগুণ নামামৃত ভাণ্ড প্ৰকাশয় ।
তাহাৰ অমৃত ৰস সদায়ে শ্ৰৱয় ॥
তাক আতি সুখে পান কৰন্ত নিতান্ত ।
শুনিয়োক আক যেন কথাৰ বৃতান্ত ॥২১৬
গধূলি বেলাত তৈকে ব্যাঘ্ৰক আসিয়া ।
আতাৰ গৃহৰ বাজে থাকয় বসিয়া ॥
এহিমতে ব্যাঘ্ৰগোট সৰ্ব্বদা থাকন্ত ।
ৰাত্ৰি পুহাইলে সিটো অন্যস্থানে যান্ত ॥২১৭
জানিছন্ত আতা তান্ত নাহি কিছু ভীত ।
শুচৰ নিবাসী সব আসে প্ৰতিনিত ॥
হৰি কথা বসে ৰাত্ৰি দণ্ড দুই চাৰি ।
আতাক বিদায় কৰি যায় নিজবাৰী ॥২১৮
ব্যাঘ্ৰৰ ভয়ত আৰ নপাৰি যাইবাক ;
আতাক সম্বোধি হেন বুলিলন্ত বাক ॥
শুনিয়োক আতা আক আথান্তৰ এক ।
গধূলি বেলাত আসি থাকয় ব্যাঘ্ৰেক ॥২১৯
তাহাৰ ভয়ত আমি আসিতে নপাৰো ।
বোলন্ত গোসাঁই আবে কোন কৰ্ম্ম কৰো ॥
দেখন্ত গধূলি পুনু ব্যাঘ্ৰ আসি ভৈলা ।
ব্যাঘ্ৰক সম্বোধি হেন বচন বুলিলা ॥২২০
ইথানত তুমি আৰ নথাকিবা ৰই ।
আতাৰ বচনে ব্যাঘ্ৰ নথাকি সিঠাই ॥

সমীপ কাননে সিটো ৰহিলেক পাছে।
নাহি যাই ব্যাঘ্র দূৰে ইথাৱতে আছে ॥২২১
এহিবুলি আতাত কহিলা সৱে কথা।
ধীৰে ধীৰে আতাও চলিয়া গৈলা তথা ॥
দেখে ব্যাঘ্র পৰি আছে হুয়া দণ্ডকাৰ।
বুলিলন্ত ব্যাঘ্র কৰ্ম্ম হেনয় তোমাৰ ॥২২২
আজিধৰি তুমি আৰ ঐত নথাকিয়ো।
এতিক্ষণে তুমি অন্যথানে চলি যায়ো ॥
শুনি পাছে ব্যাঘ্র আৰিমুৰি কৰি উঠি।
বিদূৰ থানক গৈলা দিয়া বৰ চ্যুতি ॥২২৩
হেনয় অদ্ভুত সৱে সাক্ষাতে দেখিলা।
আতাৰ বচনে ব্যাঘ্র দূৰক চলিলা ॥
এহিবুলি লোকে বৰ বিস্ময়ে গুণন্ত।
বিষ্ণু বুদ্ধি কৰি লোক আতাক মানন্ত ॥২২৪
সেহিদিন ধৰি পুনু লোক আসে যায়।
থনো থনো শাস্ত্র পঢ়ি থাকন্ত সদায় ॥
পিয়ে কৰ্ণভৰি ধৰে হৰিৰ চৰিত্র।
আতাৰ নিকটে লোক পৰম পৱিত্র ॥২২৫
যাৰ যেন শক্তি ভক্তিভাৱে পূজা কৰে।
এহিমতে আছা হৰি পুথুৰীৰ পাৰে ॥
সেহিকালে দেশে বৰ ছুৰ্ভিক্ষ মিলিলা।
অন্নৰ বিকলে লোক আপদ লভিলা ॥২২৬

তিনিজন ভিক্ষুকে ফুৰিয়া ভিক্ষা মাগে।
ৰহিলা আতাৰ গৈয়া পদূলিৰ আগে॥
কহে কথা মাত তিনি ৰহিয়া তথায়।
ঘৰে ঘৰে ভিক্ষা মাগি ফুৰিলো বেৰাই॥২২৭
কহিতো নপাইলো একগুটি খুদকণ।
তিনদিন উপবাসে নৰহে জীৱন॥
লৱনাতি গোসাঁই এহি থানত আছয়।
কিজানি তাহান থানে ভিক্ষা কিছু পাই॥২২৮
একজনে আতাক যে প্ৰণমিলা যাই।
নিত্যকৰ্ম্ম কৰি আছা হৰিক ধিয়াই॥
ভিক্ষুকক দেখি পাছে পুচিলা গোসাঁই।
কিকাৰণে আসিলাহা আমাৰ ঠাঁই॥২২৯
ভিক্ষুক বদতি প্ৰভু ভিক্ষা কিছু চাওঁ।
তিনদিন অনাহাৰে কৈত নাহি পাওঁ॥
ঘৰে ঘৰে ফুৰি নপাইলোহো চাউলগুটি।
মহা উপবাসে মোৰ প্ৰাণযাই ফুটি॥২৩০
আতাৰ থাছয় মাত্র চাউল মুঠি ছয়।
ভোজন কৰিতে লাগি পথালি আছয়॥
ভিক্ষুকৰ বচনত দায়া সম্পজিল।
একঠি চাউলৰ এপোৱা আনি দিল॥২৩১
ভিক্ষা পায়া তাহাৰযে আনন্দিত মন।
আছিল মাগিতে বাকী যিবা দুইজন॥

বাকী দুই পোষা দুইক দিলন্ত গোসাঁই।
তিনিজন ভিক্ষুকে কৰয় একেঠাই ॥২৩২
লৰনাতি গোসাঁই কিনো দীনদায়াশীল।
এককঠি চাউল মাত্ৰ গৃহত আছিল ॥
তাহাকো দিলেক আৰ নাতিকয় ঘৰে।
পৰম মহন্ত দাতা নাহি তান্ত পৰে ॥২৩৩
এহিমতে আনো নানা প্ৰশংসা কৰিয়া।
ভৈৰ পৰা তিনিজন গৈলেক চলিয়া ॥
আছন্ত গোসাঁই তিনি ভিক্ষুকক তুষি।
নামেসে ভোজন বুলি মনত হৰিষি ॥২৩৪
কৰে মালা লৈয়া জাপ্য কৰিয়া আছন্ত।
ঘোটকত চৰি পথে কেহোঁখা যাহান্ত ॥
উপহাস্তে আতাক যে বুলিলেক মাতি।
জপিতে কি সাধিতে পাৰিবা লৰনাতি ॥ ২৩৫
বুলিলন্ত আতা কলিযুগে হেছো জন্ম।
সাধিবাক চাহোঁ হৰি কৰো কোন কৰ্ম্ম ॥
এহিবুলি আতা মালা জাপ্য কৰি আছে।
শুনিয়োক কেহোঁখাৰ যেন ভৈল পাছে ॥২৩৬
ঘোটকত হন্তে তাৰ কম্পে হাত পায়।
ভৈল তাপে বিষে ব্যাপিলেক সৰ্ব্বগায় ॥
ঘোটকৰ নমায়া ধৰিয়া দুইজনে।
নিবৰ্ত্তি গৃহক আনিলেক যেনে তেনে ॥২৩৭

কিনো ভৈল কিনো ভৈল বুলি গৃহিণী পুছিল।
তিলেকতে কেনে হেন প্ৰমাদ মিলিল॥
মনে মনে গুণি সতী স্বামীত পুছিলা।
লৱনাতি গোসাঁইৰ কি নিকটে চলিলা॥২৩৮
তোমাক দেখিল কিবা ঘোটক উপৰে।
ভৈল অপৰাধ হেন মোৰ মনে ধৰে॥
বোলন্ত কেহোঁখা কহ দেখিবাৰ কথা।
উপহাস্যে তাহাঙ্ক যে বুলিলো অন্যথা॥২৩৯
তাহান নিকটে গৈলো ঘোটক উপৰে।
হেনশুনি সতীৰ বিষাদ ভৈল বৰে॥
কহন্ত স্বামীত অসন্তোষ কৰি মন।
লৱনাতি গোসাঁইক সেৱয় সৰ্ব্বজন॥২৪০
বিষয় চাৰিয়া ভৈল হৰিত নিপুণ।
পৰম বৈৰাগ্য মন হৈয়াছে নিৰ্গুণ॥
তাহাঙ্ক নমিয়া দ্ৰব্য আগকৰি থই।
যাৰ যেন কাম মনোৰথ সিদ্ধি হয়॥২৪১
কৰা উপহাস তুমি হেনয় জনক।
তাহান্ বিৰোধ হৰি সহিব কিসক॥
এহি বুলি স্বামীসমে কৰি আলোচন।
আতাক লাগিয়া দ্ৰব্য কৰিলা যতন॥২৪২
চাউল সমে ভোজনৰ সম্ভাৰ চপাইল।
বস্ত্ৰ দক্ষিণা আনি তাহাঁত যোগাইল॥

আছে ঘৰগিৰী তান নামত চুলিয়া।
শিখায়ন্ত তাক হেন বচন বুলিয়া ॥২৪৩
হৰি পুখুৰীৰ পাৰে আছন্ত গোসাঁই।
পুখুৰীত স্নান আগে কৰিবিহি যাই ॥
গোসাঁইৰ আগত দ্ৰব্য থৈবি ভক্তিভাৱে।
চূলিক মেঢ়াইবি তোৰ গোসাঁইৰ পাৱে ॥২৪৪
ক্ষেমিলো বুলিল যেবে তেবেসে এৰিবি।
স্বামীৰ দোষৰ তই প্ৰাৰ্থনা কৰিবি ॥
ভকতি মিনতি কৰি গোসাঁইক তুষিবি।
যেবে তুষ্ট ভৈল গোসাঁই তেবেসে আসিবি ॥২৪৫
শুনিয়া আতাৰ থানে কৰিলা গমন।
স্নানিয়া আতাৰ যাই নমিলা চৰণ ॥
সমস্ত দ্ৰব্যক থৈয়া বুলিলা বচন।
ক্ষেমিয়ো আমাৰ দোষ জগত বন্দন ॥২৪৬
নজানি বুলিলা সিটো ক্ষেমিয়ো গোসাঁই।
আতাৰ পাৱত চুলে ধৰিলা মেঢ়াই ॥
বুলিলা গোসাঁই হৰি ক্ষেমিয়োক দোষ।
এতেকে শুনিয়া ভৈল চুলিয়া সন্তোষ ॥২৪৭
নিৰ্ম্মাল্য তুলসী আতা দিলেক আসংসি।
সাদৰে লইয়া গৃহ প্ৰবেশিল আসি ॥
কম্পি জম্পি মহাদুখে আছন্ত কেহোঁথা।
আতাৰ নিৰ্ম্মাল্য হেৰা চক্ষু মেলি দেখা ॥২৪৮

কৃতাঞ্জলি কৰি ধৰি মস্তকে থাপিলা ।
ৰোগদূৰ ভৈলা সৱে সন্তোষ লভিলা ॥
কেহোঁথাৰ কথা এহিমানে সমাপতি ।
জয়ভাৰতীৰ কথা শুনা দিয়ামতি ॥২৪৯
আতাৰ শুনিয়া যশ নসহিলা মন ।
লৱনাতি গোসাঁইক পূজয় সৰ্ব্বজন ॥
মনে বোলে পঢ়িয়া আছিলা মোৰ ঠাই ।
আমিয়ো দিলোহোঁ সেহি পুথিখনি পাই ॥২৫০
মহন্ত বোলাই নাম লৈলেক গোঁসাই ।
এতেকেসে লোকজন নাসে মোৰ ঠাই ॥
আজি আমি তাহান ভাৱনা কৰো চুৰ ।
আতাৰ থানক গৈলা ভাৰতী নিষ্ঠুৰ ॥২৫১
সেহিকালে শাস্ত্ৰ আতা আছন্ত পঢ়িয়া ।
বোলে একপদ চাওঁ পুথিখানি দিয়া ।
শুনিয়া গোসাঁই আনি সাদৰে দিলন্ত ।
জোলোভাত ভৰি শাস্ত্ৰ ভাৰতী লৈলন্ত ॥২৫২
ভাৰতী বোলন্ত এহি পুথিখনি পাই ।
পুজ্যৱন্ত হৈলা নাম লৈলেক গোঁসাই ॥
এহিমতে পুথিখনি নিলন্ত ভাৰতী ।
আছন্ত গোসাঁই বসি অসন্তোষ আতি ॥২৫৩
সেহি সময়ত হৰি ভাৰতী আসি ভৈলা ।
গোসাঁইৰ বিমন দেখি পুচিবাক লৈলা ॥

কি কাৰণে তযু্ ৰৰ অসন্তোষ মন।
বুলিলন্ত আতা গুৰু শুনিও বচন ॥২৫৪
তব ভাতৃ জয় ভাৰতী গুৰু মহা মানি।
পৰিছেদি আমাক দিলেক পুথিখনি ॥
কাঢ়ি আনিলেক আমি আৰ কি পঢ়িবো।
হৰি ভাৰতী বোলে যেহি পুথি লাগে দিবো ॥২৫৫
এক গ্ৰন্থ শাস্ত্ৰ আছে জানা মোৰ ঘৰে।
আনিবাহা শাস্ত্ৰ যেহি লাগে পঢ়িবাবে ॥
এহি বুলি হৰি ভাৰতী গৃহক গৈলেক।
ৰহিছা গোসাঁই মনে হৰিষ ভৈলেক ॥২৫৬
দিনান্তৰে হৰি ভাৰতী গৃহক চলিয়া।
আনি আনি শাস্ত্ৰ আতা আছন্ত পঢ়িয়া ॥
তাত পাচে পঢ়িচয় শাস্ত্ৰ বাজসূয়।
ভৈলা এক ভায় শুনা এক মন হুই ॥২৫৭
ৰাত্ৰি ভাগে মালা জপি থাকন্ত সদায়।
নিদ্ৰাতে থাকন্তে স্বপ্ন দেখিলা গোসাঁই ॥
দিব্যেক পুৰুষে দেখা দিলন্ত আগত।
চাৰু শ্যাম কায় স্বৰ্ণ লাখুটি হস্তত ॥২৫৮
শিৰে শৰীৰে ধৌত বস্ত্ৰ পৰিধান।
প্ৰফুল্ল কমল মুখ পঙ্কজ নয়ন ॥
আজানু লম্বিত ভুজ অৰুণ চৰণ।
শিখা নেদেখিয়া গোসাঁই বুলিলা বচন ॥২৫৯

কোন তুমি আসিলাহা আমাৰ ইথান।
শুনিয়া পুৰুষে হেন বুলিলা বচন ॥
ৰাজসূয় শাস্ত্ৰক ৰচিল যিটো জন।
ৰত্নাৱলী শাস্ত্ৰক কৰিছা নিৰূপণ ॥২৬০
কৰিয়া আছাহা যিটো ভাৰত ঘুমটি।
সিটো জন আমি হেবা দেখিয়ো সম্প্ৰতি ॥
তোমাক দয়ায়ে আমি দেখা দিলো আসি।
এতেক বোলন্তে আসি পুহাইলেক নিশি ॥২৬১
চেতন লভিয়া প্ৰভু বসি আসনত।
ধোয়পৰ দৃঢ় ভাৱ ভৈলেক মনত ॥
উঠি গৃহ কৰ্ম্মসব নিয়োজ কৰিয়া।
* সপ্ত পাতাম্বল গোসাই আছয় বোপিয়া ॥২৬২
একদিনা এক ডালি আগেৰে বেঞ্জন।
এহিমতে সাতদিনে কৰয় ভোজন ॥
সিদিনাও একডালি আগক আনিলা।
স্নান কৰি প্ৰসঙ্গান্তে ভোজন কৰিলা ॥২৬৩
হৰি ভাৰতীৰ গৃহে যাই আনি ৰত্নাৱলী।
পত্ৰ মহী নিয়োজিলা লেখিবোহোঁ বুলি ॥
আৰম্ভিয়া শাস্ত্ৰ প্ৰভু আছয় লিখিয়া।
আৰু যেন ভৈল তাক শুনা মনদিয়া ॥২৬৪

* সাতজোপা লাইশাক খাইছিল। ৫

মাধৱ গুৰুৰ আজ্ঞা শিৰত ধৰিয়া।
ভাটকুছি আতা পথে আছন্ত আসিয়া॥
নামত মধুৰী আছে আতাৰ বহিনী।
মোমা মোমা বুলি ডাকৈ তান জীউখানি॥২৬৫
তোমাৰ মোমাৰ আৰ আসিবেক নেকি?
মোমাৰা আসিলে নাম থৈবোহো মাণিকী॥
এত বুলি আছা সতী গৃহ কৰ্ম্মে ৰত।
ভাটকুছি আতা সেহি সময়ে বেকত॥২৬৬
দদাক দেখিয়া সতী আনন্দিত মনে।
পুছিলা কুশল বাৰ্ত্তা মধুৰ বচনে॥
আতা ৰহিবাৰ থান নাহিকয় তাত।
বোলে দদা আছে থান পুখুৰী পাৰত॥২৬৭
লক্ষ্মীনাথ গোসাঁই থাকন্ত সেহি ঠাই।
পৰম বৈৰাগ্য থাকে হৰিক ধিয়াই॥
শুনিয়া আতাৰ বৰ হৰিষিত মন।
গোসাঁইৰ গৃহক লাগি কৰিলা গমন॥২৬৮
ৰত্নাৱলী শাস্ত্ৰ লেখি আছন্ত কাথিত।
ভাটকুছি আতা গৈয়া ভৈলা উপস্থিত॥
শাস্ত্ৰক লেখন্তে দেখিলন্ত ছাঁয়াখনি।
ভাটকুছি আতা হেন বুলিলন্ত বাণী॥২৬৯
শুনিয়ো হৰিপো লেখি আছা কিনো শাস্ত্ৰ।
বোলন্ত গোসাঁই আতা ৰত্নাৱলী পুস্ত॥

লেখিতে নলাগে কেশ আতা নিৰাবন্ত।
শুদ্ধ আহি আমাৰ লগত আসিছন্ত ॥২৭০
সাদৰে বৈসায়্যা গোসাঁই পুচিলন্ত কথা।
কৈবহন্তে আতা তুমি আসি ভৈলা এথা॥
যেহিজনে এহি শাস্ত্র আছয় ৰচিয়া।
সিজনাৰ পাশহন্তে আছোহো আসিয়া ॥২৭১
শুনিয়া গোসাঁই বাক্য বুলিলা বিনীত।
সিজনা পুৰুষ নেকি আছে পৃথিবীত॥
থেকায়োক মোক নিয়া সিজনাৰ পায়।
তাহান চৰণ আমি বাঞ্ছোহো সদায় ॥২৭২
এহি বুলি সলোতক প্রেম উপজিলা।
গুৰুৰ চবিত্র আতা কহিবে লাগিলা॥
বেহাৰ দেশত আছা মধুপুৰ স্থানে।
পৰম শ্রদ্ধায়ে সবে বিষ্ণু বুদ্ধি মানে ॥২৭৩
নানা বাদে ব্রাহ্মণক জিনিয়া আছয়।
আকাশে প্রকাশে বিধু কৰে যেহি লয়॥
সেহিমতে প্রকাশন্তে বেহাৰ পুৰিত।
প্রভাত কালত যেন আদিত্য উদিত ॥২৭৪
সৰোবৰ মধ্যে যেন প্রফুল্ল কমল।
মধুলোভে সেৱৈ অলি ভকতসকল॥
ৰাম নাম মধু ধাৰা নদী বহি যায়।
ভকত সকলে তাক পিয়ন্ত সদাই ॥২৭৫

পরম গম্ভীর গুরু সাগর অন্তর।
হয়ে উৎপন্ন জাত মহা রত্নচয় ॥
হেম মরকত শঙ্খ মাণিক প্রবাল।
মুক্তা আদিকরি আনো দ্রব্য ভাল ভাল ॥২৭৬
এহিমতে গুরু ভকতর নব নিধি।
যেহি যিবা বাঞ্ছে মনোরথ হয়ে সিদ্ধি ॥
গুণর সাগর প্রভু কল্পতরু প্রায়।
তাহার স্রবিত ফল মধু বহি যায় ॥২৭৭
পিয়ে মধু শিষ্যসবে আঞ্জলি ভরিয়া।
নাম নাম ভক্তি গুরু আছা প্রকাশিয়া ॥
এহি কথামৃতে সিটো রজনী বঞ্চিলা।
গুরুর চরিত্রে মহা সুখক লভিলা ॥২৭৮
রবির উদিত ভৈল রজনী প্রভাত।
গোসাঁইক সম্বোধি আতা বুলিলন্ত বাত ॥
ঠেকাইথোহো লোক নৌকা করিয়ো যতন।
অরণ্যে লভিবা তুমি গুরুর চরণ ॥২৭৯
স্থলথ যাইবোহো হৈবে বরিষ প্রমাণ।
সিথানর পরা আসিবোহো তয়ু থান ॥
সঙ্গে লৈয়া যাইবো পাইবো কিলণ্ড দিনতে।
এরবা সংসয় মই কহিলো তোমাতে ॥২৮০
যাদবির ভার্য্যা দুই বুঢ়ী মহাশয়।
তেহো সবে করি আছে হরি কথাচয়।

তুপৰজা কোঁৱৰজী সংজ্ঞা তুহান্তৰ।
ৰত্নাৱলী পুস্তক আছয় তান ঘৰ ॥২৮১
আমাৰ হস্তৰ এহি অস্ত্ৰ দেখে যেবে।
ৰত্নাৱলী পুস্তক অৱশ্যে দিব তেবে ॥
এহি বুলি অকুঞ্চিত দিলা অস্ত্ৰখানি।
সলখে চলিল আতা বুলি প্ৰিয় বাণী ॥২৮২
গোসাঁই ৰহিলা হৰি পুথুৰী পাৰত।
মাধৱ গুৰুক যেন দেখন্ত সাক্ষাত ॥
স্বপ্নতো দেখিলা আৰু শাস্ত্ৰতো লভিলা।
কেশৱ আতাৰ মুখে সমস্ত শুনিলা ॥২৮৩
ভৈল আতি প্ৰীতি মাধৱৰ দুই পাৱে।
শয়নে ভোজনে ধ্যানে তাহাঙ্ক ধিয়াৱে ॥
বেহাৰ দেশক হৰি কৈসানি ঠেকাই।
কৰিবো প্ৰণাম গুৰু মাধৱৰ পাই ॥২৮৪
মধুপুৰে গুৰুৰ চৰণ দেখা পাওঁ।
লোক নৌকা সঙ্গ আৰে কেনমতে পাওঁ ॥
এহিমতে দিবা ৰাত্ৰি চিন্তা সৰ্ব্বক্ষণ।
শুনিয়োক কথা আৰু আতি বিতোপন ॥২৮৫
হেলা পৰিহৰি যিটো শ্ৰদ্ধায়ে শুনয়।
শতকোটি জনমৰ পাতক দহয় ॥
অক্ষয় পুণ্যক পাৱে বিষ্ণুৰ নিলয়।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ ভকতি মিলয় ॥২৮৬

সাধুর মোক দোষ মরষিয়ো জানি।
নিত্যানন্দ নাম মোর শুনি লিখো বাণী ॥
জানি একচিত্ত মনে ধরা গুণ নাম।
শঙ্কর মাধর হরি বোলা রাম রাম ॥২৮৭

---

## ডুলড়ী

আত অনন্তরে শুনা সরে নরে
গোসাঁইর আক চরিত্র।
যিটো একমনে আক শুনে ভণে
পরম সিটো পবিত্র ॥
ইটো কথা চিত্র সুধর চরিত্র
তেজিয়া কর্ম্ম বৈষিক।
যেনমতে আতা বিপ্রকুলে যাত
লভিল হরি আতৈক ॥২৮৮
একদিনা প্রতি বুলিলন্ত মাতি
হে জগন্নাথ চরণ।
কেনমতে এক লভিবো বালক
বিশিষ্ট বিপ্র-নন্দন ॥
বোলন্ত ভাগিনে শুনিয়ো বচনে
আছে এথা বিপ্রসুত।
স্তুই তিনি লরি ফুরে পকচারি
বাসুদের গুরুপুত্র ॥২৮৯

গুৱাপাণ তুমি দিয়োক হৰিষি
কহিবো তোমাৰ কথা।
তাহান তনয় আনিবো নিশ্চয়
আত নাহি অন্যৱথা॥
বাসুদেৱ সন্ত মহা দাতাৱন্ত
ব্রাহ্মণ আতি পৱিত্র।
বেদকৰ্ম্মে ৰত আচৰা সতত
উদাৰ আতি চৰিত্র॥২৯০
সৱাতে প্রকাশ তযু গুণ যশ
জানিয়া আছৈ প্ৰত্যেক।
হুয়া মনৰঙ্গে সিটো তযু সঙ্গে
দিবন্ত বালক এক॥
এহিবুলি উঠি গুৱাপাণ গুটি
লৈয়া চলি গৈলা তথা।
ক্ষণেকতে লৰি পাইলা ডৰভৰি
বাসুদেৱ বাৰী যথা॥২৯১
বোলে বাক্য চাৰু বাসুদেৱ গুৰু
গৃহমধ্যে আছে নাই।
হেন বাক্য শুনি পুছিলা আপুনি
বাসুদেৱ পত্নী আই॥
বাপু কি কাৰণ ভৈলা আগমন
কহিয়ো মোক বুজাই।

গোসাঁইৰ ভাগিনে বুলিলা বচনে
আসিলো তোমাৰ ঠাই ॥২৯২
তোমাসাৰ ঘৰে পৰম সাদৰে
লবুৰ নাতি গোসাঁই।
তোমাসাৰ এক দিযোক বালক
এহি ভিক্ষা তযু ঠাই ॥
এহি বুলি তান হাতে গুৱাপাণ
দিলন্ত সাদৰ মন।
কতোক্ষণে সতী থিৰ কৰি মতি
বুলিলা হেন বচন ॥২৯৩
পাঞ্চটি তনয় আমাৰ আছয়
নামত গোপাল যিটো।
বয়সত বৰ সমস্তে কৰ্ম্মৰ
পালক হৈয়াছে সিটো ॥
নাম নাৰায়ণ চঞ্চলিত মন
কিমতে বঞ্চিব তথা।
এই দুই জ্যেষ্ঠ আহান কণিষ্ঠ
তাহান বিনীত কথা ॥২৯৪
নামত মুৰাৰি আছে গৰু চাৰি
সমস্তে কাৰ্য্যত দক্ষ।
গোসাঁইৰ লগত থাকিবেক সুত
হৈয়াছে সিটো গোবক্ষ ॥

এছিটি শ্রীৰাম আতি অনুপাম
তেহে দুধ নাহি চাৱে।
জৰাম কোলাত দেখিয়ো সাক্ষাত
কহিলো সৱে তোমাকে ॥২৯৫
নাহিকয় স্বামী কিকৰিবো আমি
যায়ো তুমি এহিক্ষণ।
শুনিয়া তখন কৰিলা গমন
জগন্নাথ যে চৰণ ॥
যাইবাৰ দেখিয়া মনে নিৰেক্ষিয়া
তুনাই মনে গুণই।
আমাৰ বালক খুজিলেক এক
লৰুৰ নাতি গোসাঁই ॥২৯৬
আৰে কি কৰিবো একগুটি দিবো
যিকৰে কৰোক স্বামী।
আছয় পাঞ্চটি তাৰ মাজে এটি
দিবাক পাৰিবো আমি ॥
সিটো চাৰিজন আমাৰ নন্দন
যি কৰে পিতৃ তাহান।
সি থানে মুৰাৰি আছে গৰু চাৰি
এথা তুমি মাতি আন ॥২৯৭
শুনিয়া বচন গোসাঁইৰ ভাগিন
ডাক দি আনিল মাতি।

পুত্ৰ কোলে লই বুলিলন্ত আই
শুনিয়ো বচন আতি ॥
লৱনাতি গোসাঁই সঙ্গে থাকা যাই
কৰিয়া তাঙ্ক আশ্ৰয় ।
বোলন্ত ঐ আই চলিবো এথাই
থাকিবো গোসাঁইৰ ঠাই ॥২৯৮
শুনিয়া সতীৰ হৃদিৰ বিস্তৰ
বোলন্ত যায়ো মুৰাৰি ।
লৱনাতি গোসাঁই মনুষ্য নোহয়
থাকিবাহা সেৱা কৰি ॥
শ্ৰদ্ধায়ে ৰক্ষিবা বাক্য নেহেলিবা
তুমিসে মোৰ জীৱন ।
সম্বোধি বচন বুলিলা তেখন
হে জগন্নাথ চৰণ ॥২৯৯
দিলোহোঁ গোসাঁইক পুত্ৰ মুৰাৰিক
লৈয়া যায়ো সঙ্গ কৰি ।
মোৰ নিবেদন গোসাঁইত কহিবা
দিলো পুত্ৰ আজি ধৰি ॥
আমাসাৰ আৰ পালন বিচাৰ
আজিধৰি গুচিলেক ।
মৰ্ম্ম কৰিবেক গোসাঁইৰ ভৈলেক
কৃপাকৰি পঢ়াইবেক ॥৩০০

এহিবুলি আই পুত্ৰ কোলে লই
দিলন্ত স্নেহে আশ্বাসি।
ভাগিনৰ সঙ্গে গোসাঁইৰ স্থানে
মনৰঙ্গে পাইলা আসি ॥
দুইগানো সুখিকে গৈয়া ধীৰে ধীকে
চাপিলা গোসাঁইৰ পাশ।
কৰে মালা লৈয়া আছন্ত বসিয়া
কৰন্ত আতি প্ৰকাশ ॥৩০১

---

## ছবি

আসিয়া গোসাঁইৰ পায় প্ৰণামিলা নম্ৰকায়
দেখি গোসাঁই বুলিলা মধুৰ।
গৈখাছিল এতিক্ষণ আসি ভৈল দুইজন
হুটো কথা পৰম প্ৰচুৰ ॥
বালে মোমা তযু পায় অনুগ্ৰহ পৰাভয়
বাসুদেৱ গুৰুৰ তনয়।
গুৰু পদে নাহিকয় আন মাত্ৰ মহাশয়
তযু সঙ্গে ৰঙ্গে দিয়াছয় ॥৩০২
বোলন্ত গোসাঁই বাণী গুচাইলেক বস্ত্ৰখানি
দেখে আতা শিশুৰ লক্ষণ ॥
পৰম বিস্ময় হুয়া চাহে আতা নিৰেখিয়া
ভুজ দুই দেখিতে সুথান।

সিংহবক্ষ কটিকন্ধ প্রকাশয় মুখচান্দ
মন্দহাঁস কমল নয়ন ॥৩০৩
দেখি শিশু অনুপাম কহিয়ো তোমাৰ নাম
এহিবুলি পুচিল গোসাঁই।
কহিলন্ত মৃদু কৰি মোৰ নাম যে মুৰাৰি
তযু থাৱে থাকিবো সদায় ॥
গোসাঁই বোলে প্রস্তুত শুনিয়ো বাসুৰ সুত
ভোজনৰ কৰিয়ো যতন।
আনিয়ো লটিয়াখানি এথা দিয়া গর্ত্ত খানি
এহি খৰি কৰিয়ো চেদন ॥৩০৪
শুনিয়া গোসাঁইৰ বাণী খানিল লটিয়াখানি
কুঞ্চিৎ কৰিয়া আগছয়।
বোলন্ত গোসাঁই কেন লটিয়া কৰিল হেন
কহিয়োক ইহাৰ অন্বয় ॥
লটিয়া কুঞ্চিৎ দিলে চকগুটি নিপিচলে
কৈলো গোসাঁই স্বৰূপ বচন।
খৰিকো কৰিলো চুটি হলাইলো গর্ত্তগুটি
ই দুইৰ শুনিয়ো কাৰণ ॥৩০৫
অপবিত্র মুহি ঠাই গর্ত্তে জল মুকৰই
কহিলোহোঁ ইহা হেতু কর্ম্ম।
দেখি বুদ্ধি বিচক্ষণ গোসাঁইৰ সন্তোষ মন
তাহুপ্রতি সম্পজিল মর্ম্ম ॥

ভাগিনৰ হাতে তই খোৱায়োক নিশ্চয়
শপতে কৰাইলা নিয়া স্নান।
জোৰাইলন্ত চক গুটি খাইলা অন্ন মন তুষ্টি
শুৱাইলা গোসাঁই সন্নিধান ॥৩০৬
নিতান্তে দেখয় ছবি স্বপ্নে শিশুৰূপ ধৰি
সঙ্গে শুতি থাকয় সন্তত।
সেহি দিনান্তৰে আৰ নেদেখি কৰিলা সাৰ
জানো তেহো সাক্ষাতে বেকত ॥
অদৃশ্য গুচিয়া হৰি দৃশ্য ভৈলা নিস্ত কৰি
এহি বুলি মনত সুমৰি।
কাৰণ যে অনুপাম গুচাইলো মুৰাৰি নাম
থৈলো জানা তৱ সংজ্ঞা হৰি ॥৩০৭
সেহিদিনা হন্তে তান ভৈলা জানা হৰি নাম
সদা হৰি বুলিয়া ডাকন্ত।
এহি মতে হৰি আছে আতাৰ সঙ্গতে আছে
আক এক শুনিয়ো মহন্ত ॥
নিতান্তে অমৃত ধাৰে ভাণ্ড হস্তে স্ৰৱি পৰে
সদা আতা পিয়ন্ত উৎসুকে।
আৰ সিটো সুখে জানা হৰিত কৰে ভাৱনা
সুখে হৰি বুলিয়ো উৎসুকে ॥৩০৮
নমো হৰি ভক্ত পাৱে আমি অবোধ স্বভাৱে
জানি সব দোষ মৰ্ষিয়ো।
মাগো আমি তযু সঙ্গ নকৰিও আশা ভঙ্গ
এহি অনুগ্ৰহক কৰিয়ো ॥

পদ

আত অনন্তৰে যেন মিলিল অৱস্থা।
শুনা সৱে গোসাঁইৰ চৰিত্র যেন কথা॥৩০৯
একদিন আতা দূৰ পথে গৈয়াছয়।
অস্তাগত সূৰ্য্য ভৈলা গোধূলি সময়॥
সম্বৎসৰি পূজাৰ সম্ভাৰ দিবে প্ৰতি।
হাঁস ছাগ লৈয়া লোক মিলিল তহিতি॥৩১০
ৰবজনে বোলে আত নাহিকয় ঘৰ।
সেহিগুটি দেখা গৃহ পুখুৰী ওচৰ॥
তাত নথাকিলে ঘৰ নাহি অন্য ঠাই।
হেনশুনি লোক তৈতে ৰহিলেক যাই॥৩১১
কিছু নিশাকালে আসি গোসাঁই মিলিলা।
হাঁস ছাগ লোক সৱ গোসাঁই দেখিলা॥
কোথেৰ মনুষ্য বুলি পুচিবাক লৈলা।
কাহাৰ বচনে এহি গৃহে আসি ৰৈলা॥৩১২
লোকসৱে বোলে শুনা আমাৰ বচন।
ৰহিবাক দিলা থান চোমদাৰ নন্দন॥
বিচাৰি চাহান্ত গোসাঁই মনে অৱগাই।
এহি গৃহে আৰ ৰহিবাক যুজুৱাই॥৩১৩
এহিবুলি কিছু মনে আছিল ৰহিয়া।
হৰি আগৈত লৈলা শাস্ত্ৰ'দ্ৰব্য নিবৰ্দ্ধিয়া॥

তৈত নথাকিয়া গৃহস্থির ঘরে গিয়া।
হরি আতৈ সমে নিশি আছিল বঞ্চিয়া ॥৩১৪
ভৈলেক প্রভাত সঙ্গে লৈয়া ভাগিনক।
চলিয়া গৈলেক প্রভু তমাইর গৃহক ॥
তমাই ররভূঞা গৃহে আছয় বসিয়া।
আনো লোকসব সঙ্গে সমাজ করিয়া ॥৩১৫
গোসাঁই আসিবার দেখি উঠি তারক্ষণে।
সাদর করিয়া দিয়া বসাইলা আসনে ॥
সরাতে করিয়া কান্তি অলন্ত গোসাঁইর।
প্রফুল্ল কমল মুখ প্রকাশে রুচির ॥৩১৬
গোসাঁইর রূপক সরে পিয়ন্ত নয়নে।
তমাই রাজখোৱা হেন বুলিলা বচনে ॥
পরম কৃতার্থ ভৈলো তব দরশনে।
আমার গৃহক আইলা কোনবা কারণে ॥৩১৭
গোসাঁই বোলন্ত শুনা ভৈলা অথন্তর।
হরি পুখুরীর পারে করিছিলো ঘর ॥
হাঁস ছাগ সমে লোক রহিল গৃহত।
রক্ষিবোহো আমি আর কিমতে তাহাত ॥৩১৮
থানেক দিয়োক তাতে গৃহক করিয়া।
এহি হেতু তযু পাশে আছোহো আসিয়া ॥
এতেকতে রর গুরু মুকুন্দ বদতি।
গোসাঁইক লাগিয়া থান দিবোহো সম্প্রতি ॥৩১৯

শাৰী শাৰী কদলিৰ পুলিক ৰোপিয়া।
পৰম সুন্দৰ থান দিয়াছে চুক্তিয়া॥
সেহিস্থান উচৰ্গিলো গোসাঁইৰ চৰণ।
তমাই ৰোলন্ত হৈলা তুমিসে কাৰণ॥৩২০
নামগুণ গাই থাকিবেক হৰি ধ্যাই।
আমাৰ কি থান বুলি কহিব গোসাঁই॥
আমিনো কাহাৰ বুলি মুকুন্দে কহিলা।
শুনিয়া তমাই বৰ সন্তোষ লভিলা॥৩২১
তমাইৰ সঙ্গত লোক বিংশতি শতেক।
তাহাক শুনাই হেন বাক্য বুলিলেক॥
বৰ গুৰু মুকুন্দৰ কলানি বাৰীত।
সেহিস্থানে গৃহ শীঘ্ৰে কৰিয়ো নিৰ্ম্মিত॥৩২২
বৰ গুৰু সঙ্গে লোকসৱ আসিলেক।
তাহান নিকিনি খোৱা যত আছিলেক॥
গাৱে গাৱে সৱকৰ্ম্ম কৰিল যতন।
গৃহগুটি নিৰ্ম্মিলেক অতি বিচক্ষণ॥৩২৩
সাঞ্জি মাঞ্জি গৃহস্থান কৰিল লেপন।
গোসাঁই ভৈলন্ত সেহি গৃহে প্ৰবেশন॥
হৰিক অৰ্চ্চিয়া প্ৰভু ৰহিলা তথাত।
গুৰুৰ পাশক যাইবো চিন্তা নিত্যাগত॥৩২৪
ভাগিনক আনি হেন বুলিলা বচন।
গুৰুৰ পাশক আমি চলিবো কেমন॥

জগন্নাথ চৰণে হেন বুলিলন্ত বাক।
নলাগয় মোমা তাক চিন্তা কৰিবাক ॥৩২৫
গঙ্গাস্নানে যাইবাক সবাৰে আছে মন।
সবে মিলি নৌকা আমি কৰিবো যতন ॥
আমিয়ো চলিবো মোমা কহিলো নিশ্চয়।
জগন্নাথ চৰণে সৰ্ব্বলোকত কহয় ॥৩২৬
গঙ্গাস্নানে গোসাঁই যাইতে হই আছে মন।
লৈলা সঙ্গ কণাবিৰ মাধৱ চৰণ ॥
ৰামভদ্ৰ আৰু লোগুটি দামোদৰ।
ভাগিন সহিতে সঙ্গ লৈলেক সত্বৰ ॥৩২৭
গোসাঁই চলিয়া গৈলা তম্বাইৰ ঠাই।
বোলে ৰৰভূঞা আমি যাইবো ভটিয়াই ॥
একগুটি লোক মোক দিয়া মহামানি।
অনায়া দিলেক সতাই পুত্ৰ যদুমণি ॥৩২৮
এহিমতে সঙ্গ লোকসব নিয়োজিয়া।
গোসাঁই থানত সবে একত্ৰ হইয়া ॥
কৰি আলোচন সবে নৌকাৰ কাৰণে।
গোসাঁই সমে গৈলা বৰ মুকুন্দৰ থানে ॥৩২৯
বোলন্ত মুকুন্দ শুনা কথাৰ প্ৰস্তুত।
নৌকা কৰিবোহোঁ আমি দিয়ে এক চুত ॥
শুনিয়া মুকুন্দে গুৰু সাদৰে দিলন্ত।
সেহি আম্ৰগাছৰ যে নৌকা কৰিলন্ত ॥৩৩০

সাধু জয়কৃষ্ণ থানে চলিয়া গৈলেক।
জয়কৃষ্ণে দেখিয়া সাদৰে পুছিলেক॥
কহিলা আসিলো বৈঠা হেতু তযু ঠাই।
দিলা গাছ তাহাৰ যে পানক গুচাই॥৩৩১
এহিমতে বৈঠা নৌকা লভিয়া গোসাঁই।
ভৈলন্ত যতন চৈই নৈলন্ত সজাই॥
এহিমতে গোসাঁই আছন্ত নিয়োজিয়া।
কেশৱ আতাৰ কথা শুনা মন দিয়া॥৩৩২
হৰি পুখুৰীৰ পাৰে যাহান্তে পথত।
চলন্ত পথিক এক আগ্ৰৰ পাচত॥
পলু পিন্ধবাক্ত এক পায় নপৰন্ত।
চকমক দেখে পায় ভূমিত নেদন্ত॥৩৩৩
হেনমতে দেখি সিটো চলে দিন দুই।
মনে বোলে এইজন মনুষ্য নোহয়॥
দণ্ডৱতে পৰি কৰি প্ৰণতি মিনতি।
আপোন গৃহক সিটো কৰিলন্ত গতি॥৩৩৪
ৰামচন্দ্ৰ গাভকথা বসিয়া আছয়।
সলথ পশিয়া গৈলা তাহান আলয়॥
কেশৱ আতাক দেখি উঠিয়া উৎসুকে।
আসন পাৰিয়া দিয়া বৈসাইলা কৌতুকে॥৩৩৫
মহাপুৰুষ গুৰুৰ পাশ হন্তে আসি।
কেশৱচৰণ আতা আছন্ত প্ৰকাশি॥

এতেক শুনিল সৱে অপূর্ব্ব বচন।
যেহি যিৰা পাইল লৈয়া আসিল তেখন ॥৩৩৬
জয়হৰি মেটেৰী বহাই ঠাকুৰীয়া।
অর্জুনা মুদই সহাই দলই আসিয়া ॥
আসিলা উত্তৰাবাৰী আনো ভক্তগণ।
বসিল আতাৰ পাশে আনন্দিত মন ॥৩৩৭
প্রণাম কৰিয়া সৱে হয়া নম্রকায়।
বোলন্ত কহিয়ো গুৰুৰ বার্ত্তা অভিপ্রায় ॥
প্রপঞ্চি কহিল সৱে গুৰুৰ কল্যাণ।
তোমাসাৰ স্নেহে গুৰু পঠাইলা ইথান ॥৩৩৮
সমাৰো শুনিয়া ভৈলা হৰষিত মন।
আতা ৰহিবাক লাগি দিলা বাসস্থান ॥
গাভকথা জয়হৰি মেটেৰী প্রধান।
গুৰুৰ সেৱাক দ্রব্য কৰিলা সন্ধান ॥৩৩৯
মহাশ্রদ্ধাৱন্ত সৱে গুৰুপাৱে আস।
নানা দ্রব্য দিলা সৱে স্বর্ণাদি অশেষ ॥
একটকী স্বুৰ্ণ পৃথক কৰি থৈলা।
ধৰবিষ্ণু আতাক লাগিয়া সৱে দিলা ॥৩৪০
বোলন্ত গুৰুক আমি কৈসানি দেখিবো।
গুৰুৰ চৰিত কথা তয়ু মুখে পিবো ॥
এহিবুলি আতাক ৰাখিলা ভক্তগণে।
লোকমুখে আতা হেন শুনিলা শ্রবণে ॥৩৪১

সৌমাৰ পৃষ্ঠৰ ৰাজা কৰিছয় মতি।
শুয়ানথা ৰাজা দেশে পাঞ্চিবাক প্ৰতি ॥
ব্ৰাহ্মণ পণ্ডিত এক উঠিল চাহিয়া।
বনমালি কটকীক আছয় পাঞ্চিয়া ॥৩৪২
তাহান সঙ্গত যাইবো হেন মনে মানি।
ভকতসকলক হেন বুলিলন্ত বাণী ॥
যাইবোহোঁ গুৰুৰ পাশে কৰিলো বিদায়।
শুনিয়া সমস্ত লোকে নমিলন্ত পাই ॥৩৪৩
তাতহন্তে কেশ আতা আসিলা সিঠাই।
হৰি পুখুৰীৰ পাৰে নিৰেখিল যাই ॥
বৰ মুকুন্দৰ নিজ কলানি বাৰীত।
আছন্ত গোসাঁই বুলি কহিল তহিত ॥৩৪৪
শুনি দ্রুতে আসিয়া ভৈলেক উপগত।
দেখিয়া গোসাঁইৰ ভৈল হৰিষ মনত ॥
অনেক সাদৰে তাঙ্ক কৰাইলা ভোজন।
কথাৰসে ছুয়োজন আনন্দিত মন ॥৩৪৫
বনমালি কটকী যে আদেশে ৰাজাৰ।
পৰম নির্ভয়ে চলি যাইবেক বেহাৰ ॥
আমি সেহি সঙ্গে গৈলে ভয় নাহি আৰ।
কটকীৰ সঙ্গে যাইবে কৰিলন্ত সাৰ ॥৩৪৬
জগন্নাথ চৰণক পাঞ্চিয়া দিলেক।
কটকীৰ আগে হেন বাক্য বুলিলেক ॥

শৰ্ব্বনাতি গোসাঁই পঠাইলা তযু ঠাই।
তোমাৰ সঙ্গত চাহে যাইবে ভটীয়াই ॥৩৪৭
বুলিলা কটকী সঙ্গে যাইবে গোসাঁইক।
যাইবে অলপ ভক্ত নোহয় অধিক ॥
জগন্নাথ চৰণ আসিয়া তৈৰ পৰা।
বুলিলা সত্বৰে প্ৰভু সবে পৰিহৰা ॥৩৪৮
বিলম্ব নকৰি শীঘ্ৰে চৰিয়ো নৌকাত।
নিবেক সঙ্গত হেন কহিলা আমাত ॥
শুনিয়া যাইবাক লাগি কৰিছা যতন।
দেখা সন্তসবৰ যে কথা বৈলক্ষণ ॥৩৪৯
শৰ্ব্বনাতি গোসাই কটকী সঙ্গে যায়।
তানসঙ্গে কেশৱ আতা যাইবে এক ঠাই ॥
এহি শুনি গোপাল মহন্ত মহামানী।
বনমালি কটকীক বুলিলন্ত বাণী ॥৩৫০
মোহোৰ বচনে কেশৱক নেনিবাহা।
শৰ্ব্বনাতি গোসাইক সঙ্গত লই যাহা ॥
শুনিলন্ত গোসাঁই গোপালে নিবাৰন্ত।
কেশৱ আতাক যেবে সঙ্গে নলৈলন্ত ॥৩৫১
আমি তান সঙ্গে যাইবো কিমত উপায।
এহি বুলি ভাগিনক দিলন্ত পঠাই ॥
শা হকে কটকী গৈল আপোনাৰ ঘৰে।
নাহিকা কটকী বুলি ভাগিন মাতুৰে ॥৩৫২

মাধৱ গুৰুৰ পাশে কেশৱ আতা সঙ্গে।
আচয় গোসাঁই যাইবে হুয়া মন ৰঙ্গে ॥
তৰপুত্ৰ লগে যাইবে আজ্ঞা কৈলা সাধা।
গোপাল গুৰুৱে তাঙ্ক কৰিলন্ত ধাধা ॥৩৫৩
কটকীৰ মাতৃ হেন বুলিলা বচন।
কহিবা গোসাঁইত গুচাইবো নিবাৰণ ॥
নৌকাত চৰোক আৰ নকৰি সংশয়।
শুনি জগন্নাথ চৰণ নথাকিলা ভয় ॥৩৫৪
গোসাঁইৰ আগত এহি কথা কহিলন্ত।
মহাৰঙ্গে বৰঘাটে নৌকা সজাইলন্ত ॥
এতেকে শুনিয়া সৱে যাৰ যেন মন।
সাদৰে গোসাঁইক সৱে কৰিলা অৰ্চ্চন ॥৩৫৫
মধুপুৰ স্থানে গোসাঁই যাইবাক হইল।
সঙ্গে সৱ সাজি আসি একত্ৰ হইল ॥
ৰামভদ্ৰ মাধৱ চৰণ কণাৰীৰ।
জগন্নাথ চৰণ লোগুটি দামোদৰ ॥৩৫৬
দুইজন আতাসঙ্গে যদুমণি চলে।
গোসাঁই সঙ্গে নৌকাত চৰিলা কৌতুহলে ॥
এহিমতে সঙ্গে গোসাঁই নৌকাতে আছিলা।
বনমালি কটকীয়ো নৌকা প্ৰবেশিলা ॥৩৫৭
তান সঙ্গে কথা মাতে মহা প্ৰীতি পায়।
যেহাৰ দেশক লগে যান্ত ভটীয়াই ॥

ভটীয়াই যান্ত গোসাঁই নৌকা উপগত।
ৰাখিলন্ত নৌকা ছপাই কাঠনি ঘাটত ॥৩৫৮
জগন্নাথ সঙ্গে আতা কেশৱ চৰণ।
বৰ বিষ্ণু আতাৰ পাশে কৰিলা গমন ॥
বসিয়া আছন্ত আতা তান নিজ বাসে।
দূৰন্তে দেখন্ত তেহেঁ৷ কেশ আতা আসে ॥৩৫৯
বসিবাক লাগিয়া দিলন্ত কঠখানি।
তাহাতে বসিয়া আতা বুলিলন্ত বাণী ॥
সলথৰ লোকসৱে বুলি স্তুতি নতি।
এহি টকা স্ববর্ণ দিয়াছে তৱ প্রতি ॥৩৬০
বৰ বিষ্ণু আতা বোলে আমাক নলাগে।
গুৰুক লাগিয়া সোণ নিয়ো মহাভাগে ॥
এতেকতে বৰবিষ্ণু আতাৰ গৃহিণী।
সেহি সোণাখানি তেহে নিলন্ত আপুনি ॥৩৬১
বৰ বিষ্ণু আতা বোলে মনে অৱগাহ।
মায়ায়ে মায়াক নিলা কমন উপায় ॥
এহি বুলি আতা মনে বিষাদ কৰন্ত।
আতাক সম্বোধি কেশ আতা বুলিলন্ত ॥৩৬২
গুৰুক লাগিয়া ভগ্নে আসিছয় লগে।
মনত বিষাদ নকৰিবো মহাভাগে ॥
হেন সম্বোধনে আনো ভৈলা কথামাত।
জগন্নাথ চৰণক দেখিলা সাক্ষাত ॥৩৬৩

কেশৱ আতাক বোলে কাহাৰ তনয়।
কেশ আতা বোলে আন মোমা আসিছয় ॥
আনো নানা কথা বসে বিলম্ব হুইল।
স্নেহাদৰে তৈৰ পৰা নৌকাক চলিল ॥৩৬৪
জগন্নাথ চৰণে গোসাঁইত কহিলন্ত।
দেখিলোহোঁ মোমা মই পৰম মহন্ত ॥
কেশৱ আতাক গোসাঁই বুলিলা বচন।
তাহান পাশক নেনিলাহা কিকাৰণ ॥৩৬৫
বোলন্ত হৰিপো শুনা আমাৰ সম্মতি।
গোড় চূই কৰিলেসে সিজয় ভকতি ॥
পৰম সন্তোষ মন তাহান বচনে।
তৈৰ পৰা নৌকা পাছে চলাইলা তেখনে ॥৩৬৬
কতো দিনে পাইলা গৈয়া বড়ামাটি থান।
কটকী সহিতে তথা কৰিয়া সন্ধান ॥
নৌকা চাৰি তৈৰ পৰা চৌখুটিত ৰৈলা।
সবে মিলি তৈত গৈয়া ৰজনী বঞ্চিলা ॥৩৬৭
প্ৰভাতে কেশৱ আতা বুলিলা বচন।
ৰহিয়ো হৰিপো আমি চলিবো এখন ॥
গুৰুৰ বাৰ্ত্তাক আমি জানিয়া আসিবো।
কালিসে তোমাক জানা গুৰু পাসে নিবো ॥৩৬৮
কটকীৰ মাতৃ গঙ্গা স্নান অভিলাষে।
পৰম ধাৰ্ম্মিক সতী যান্ত পুত্ৰ পাশে ॥

সাহাঙ্ক বস্ত্ৰক দিয়া চকীত সবাইল।
গুৰুৰ পাশক কেশ আতা চলি গৈল ॥৩৬৯
জগন্নাথ চৰণক সঙ্গত লৈলন্ত।
তাহাক সম্বোধি আতা বাক্য বুলিলন্ত ॥
গুৰুৰ আগত তুমি কিছু নমাতিবা।
জানু পাৰি পৃথিবীত প্ৰণাম কৰিবা ॥৩৭০
এহি মতে আতা তাঙ্ক পথে শিখাৱন্ত।
কতোক্ষণ মানে গুৰু স্থানক পাইলন্ত ॥
হৰি কীৰ্ত্তনৰ স্থানে গুৰু বসিছন্ত।
সৰোবৰ মাজে যেন কমল জ্বলন্ত ॥৩৭১
একশত বিংশতি ভকত চতুৰ্দ্দিশে।
শ্ৰৱণ কীৰ্ত্তন সৱে কৰন্ত হৰিষে ॥
সৰোবৰ মাজে যেন ৰাজহংস গজে।
পৰম আনন্দ লৈয়া মৃণাল উভজে ॥৩৭২
প্ৰেমে পুলকিত ভক্ত হৰি কীৰ্ত্তনত।
পাইলন্ত কেশৱ আতা সেহি সময়ত ॥
গুৰুৰ পাৱত যাই প্ৰণাম কৰিলা।
সুবৰ্ণ ৰজত গুৰু পাৱে নিবেদিলা ॥৩৭৩
গুৰুৰ কুশল জানি আনন্দিত মন।
যেহি যিবা দিলা চিনাই দিলেক তখন ॥
সৱাৰো খৰচা তুলি বস্ত্ৰক বৱাইলো।
কটকী মাতৃক দিয়া চকীত সবাইলো ॥৩৭৪

কটকীৰ মাতৃ তানে নামে ভাগীৰথি।
গঙ্গা স্নানে যাইতে তেহে কৰিচয় মতি॥
বুলিছে দেখাইবা গুৰু পিন্ধিতে বসন।
কৰিবোহোঁ সেৱা আমি গুৰুৰ চৰণ॥৩৭৫
গঙ্গাস্নান কৰিয়া স্থানক আসিবেক।
কেশৱ আতাক গুৰু বাক্য বুলিলেক॥
আসৈ যদি এহিমতে দেখাইবাহা তুমি।
দেখিবে আমাক তাঙ্ক নেদেখিবো আমি॥৩৭৬
সধৱা বিধৱা নে কি কহিয়ো নিৰ্ণয়।
সধৱা নহয় গুৰু কহিলো নিশ্চয়॥
শুনিয়া বোলন্ত গুৰু ৰজকৰ হাতে।
বস্ত্ৰক ধুৱাও নিদিবেক অন্য হাতে॥৩৭৬
তেবেসে পিন্ধিবো আমি তান বিত্তমান।
এতদিন কেশৱ কৰিলা কিকাৰণ॥
তোমাক চাহান্তে আমাৰ গল ভৈল বেঙ্কা।
ব্যাঘ্ৰ ম'হ ডকাইত মনে বৰ শঙ্কা॥৩৭৮
যত নৌকা আসে আসি তাহাক নিৰেক্ষি।
দুখাইছে আখি মোৰ তোমাক নেদেখি॥
তুমি দুখুজিলা লগ নেদিলোহোঁ আমি।
শোক দুখ ভয়হন্তে আসিলাহা তুমি॥৩৭৯
আবেসে আমাৰ জানা জুৰাইল মন।
কুশলেকি আছে সলথৰ ভক্তগণ॥

কেশ আতা বোলে গুৰু সৰাথে কল্যাণ।
তযুপাৰে প্ৰাৰ্থনা কৰিছে বহুমান ॥৩৮০
গোভকথা জয়হৰি অৰ্জ্জুনা মুদৈ।
বলাই উত্তৰাবাৰী সহাই দলই ॥
চতুৰ্ভুজ আদি আনো যত ভকতগণ।
বহিচয় ভালে তত্ত্ব চিন্তিয়া চৰণ ॥৩৮১
শুনিয়া গুৰুৰ আতি সন্তোষিত মতি।
বোলন্ত কেশৱ শুনা বচন সম্প্ৰতি ॥
সিদিশত কিছুবিধ লোক আছে আৰ।
জগন্নাথে কহে লোক ভৃতয় প্ৰকাৰ ॥৩৮২
গুৰুৰ আগত কিবা বোলয় বচন।
কেশ আতা তাহাঙ্ক চাহাৰে ঘনে ঘন ॥
বুজি অভিপ্ৰায় গুৰুদেৱে বুলিলন্ত।
নকৰিয়ো কোপ শিশু ভাল কহিলন্ত ॥৩৮৩
উত্তম মধ্যম লোক তিনিবিধ হয়।
কহিয়োক জগন্নাথ নকৰি সংশয় ॥
কোন তিনিবিধ লোক প্ৰবৰ্ত্তয় তাত।
শুনি জগন্নাথে কহে গুৰুৰ আগত ॥৩৮৪
কহোঁসৱে পুথুৰীক উচৰ্গা কৰয়।
কেহোঁসৱে মইনা যেন ভাবিয়া থাকয়।
কেহোঁ পৰ কন্যাক পৰক বিহাৱয়।
এহিমতে তিনিবিধ লোক প্ৰবৰ্ত্তয় ॥৩৮৫

শুনি স্নেহে পুচে নাম মধুৰ বচন।
কহে মোৰ নাম জগন্নাথ যে চৰণ॥
জগন্নাথ জগন্নাথ বুলি তিনিবাৰ।
গুৰু বোলে পুত্র ডাকি পিতৃৰ নিস্তাৰ॥৩৮৬
বৈশানি আমি আছিলোহো সিদেশত।
জগন্নাথ নাম কাৰো নাছিল মুখত॥
উবনা বকৰা মঘা ফাগুনা চৈতনা।
জগন্নাথ নাম নোবোলয় কোন থনা॥৩৮৭
শঙ্কৰ গুৰুৱে যাত্তো হৰি নাম সাৰ।
লোকক কৃপায়ে নাম্ কৰিলা প্রচাৰ॥
তাহান কৃপাত বুলি হৰিনাম মুখে।
পুত্রক ডাকিতে গতি লভিলেক সুখে॥৩৮৮
জগন্নাথ নামৰ মহিমা নাহি অন্ত।
কেশৱ আতাত গুৰু সম্বোধি পুছন্ত॥
কাহাৰ তনয় শিশু সুন্দৰ বচন।
কেশ আতা বোলন্ত পুৰুষ একজন॥৩৮৯
আসিয়া আছন্ত আসে তোমাৰ চৰণ।
তৱবিনে তাহান নাহিকে আন মন॥
মহাৰূপৱন্ত হৈছে ৰূপৰ সঙ্কাস।
ধীৰগতি স্থিৰ মতি চন্দ্রমা প্রকাশ॥৩৯০
ধৈৰ্য্যৱন্ত দাতাৱন্ত ক্ষেমাৱন্ত সন্ত।
ইন্দ্রিয় দমনতেহে পুৰুষ মহন্ত॥

তোমাৰ অভয় পদ পাইবাক লাগিয়া।
অনেক যতনে তেহো আছয় আসিয়া ॥৩৯০
চৌথুটিত ৰহিয়া আছয় আজি দিন।
এহি জগন্নাথ হয় তাহান ভাগিন ॥
গুৰু নিগদতি শুনা কেশৱ চৰণ।
তুমিসে আনিছা হেন নভাবিবা মন ॥৩৯২
এতেক কহিয়া গুৰু বুলিলন্ত বাণী।
আঙ্কলাগি নির্ম্মালি প্রসাদ দিয়ো আনি ॥
শুনি হৰি বল্লভ যে নথাকিল ৰই।
নির্ম্মালি প্রসাদ কোচে দিবাক চাহয় ॥৩৯৩
নলৈয়া কোচত জগন্নাথে বোলে বাণী।
মোমাক লাগিয়া পত্রে বান্ধি দিয়ো আনি ॥
হেনদেখি গুৰুদেৱে বচন বুলিলা।
পত্রে নিবন্ধিয়া জগন্নাথ হাতে দিলা ॥৩৯৪
লৈল জগন্নাথে আতি কৰিয়া সন্মান।
বুলিলা প্রশংসা কৰি দেখি সাৱধান ॥
গুৰুৰ আগত কেশ আতা কা‍ৎ ন্ত।
চৌথুটিক জগন্নাথ কিমতে চলন্ত ॥৩৯৫
গুৰু বোলে চৌথুটিত আছয় সংশয়।
চৌথুটিত লোকে যদি সঙ্গ এৰি যায় ॥
বৰিষেকে তাহাক বিচাৰি নাহি পাই।
ৰামৰাম হাতে দি আসোক ভক্ত যায় ॥৩৯৬

বামৰাম তৈৰ একজন ভক্ত দিব।
পুৰুষজনৰ পাশে ইহাঙ্ক থইব ॥
এহিবুলি সঙ্গে একজন ভক্ত দিলা।
জগন্নাথে গুৰুৰ চৰণ প্ৰণামিলা ॥৩৯৭
মহা নম্ৰভাৱে অতি সঙ্কোচিত কাই।
ভক্তসমে ৰামৰাম গৃহ পাইলা যাই॥
শুনিয়া সকলে কথা বিলম্ব নকৰি।
জগন্নাথ সঙ্গে ভক্ত দিলা শীঘ্ৰ কৰি ॥৩৯৮
সেহি সঙ্গে চৌখুটিত প্ৰবেশিলা যাই।
বিদূৰে থাকিয়া বোলে আসিছো মোমাই ॥
স্নানিয়া পাগক লাগি যুক্তি কৰিচয়।
জগন্নাথে মোমা বুলি ডাকিয়া আসয় ॥৩৯৯
শুনিয়া গোসাঁই হেন বচন বুলিলা।
গুৰুৰ পাশৰ হন্তে ভাগিন আসিলা ॥
প্ৰেমে পুলকিত ভৈল আনন্দ হৃদয়।
কথাৰিৰ মাধৱক বুলিলা বিনয় ॥৪০০
শীঘ্ৰকৰি আগবাঢ়ি যায়োক সত্বৰে।
শুনি আগবাঢ়ি চলি গৈলন্ত সাদৰে ॥
আসিচন্ত জগন্নাথ হৰিৰ বদন।
সমীপ চাপিয়া হেন বুলিলা বচন ॥৪০১
কৃষ্ণ পাৱ পৰশিয়া আসি আছ বাপ।
তোক ছুই হওঁ মই পৰম নিষ্পাপ ॥

এহি মত বুলিয়া আনন্দ উপজিল।
জগন্নাথ চৰণক আশ্বাস কৰিল ॥৪০২
গোসাঁইৰ আগত গৈয়া ভৈলা উত্তপন।
ভাগিনত পুছিলন্ত মধুৰ বচন॥
গৈয়াছিলা গুৰু পায় দেখিলা সাক্ষাত।
গুৰুৰ চৰিত্ৰ কথা কহিয়ো আমাত ॥৪০৩
লভিয়োক মোমা আয়ে নিৰ্ম্মালি প্ৰসাদ।
ভৈলন্ত গোসাঁই আতি মনত আহ্লাদ॥
বোলন্ত গুৰুক মোমা দেখিলোহো যায়।
শৰত কালৰ যেন ইন্দু প্ৰকাশয় ॥৪০৪
পৰম মধুৰ শুনি হৰিৰ কীৰ্ত্তন।
গায়ন্ত ভকত সৱে আনন্দিত মন॥
বৈকুণ্ঠ থানত যেন হৰিৰ প্ৰভাৱে।
তাল মৃদঙ্গাদি ধাৰ হৰি গুণ গায়ে ॥৪০৫
সেহিমতে গুৰু পাশে যত ভক্তচয়।
কি কহিবো মোমা যেন আনন্দ হৃদয়॥
গুৰুৰ চৰিত্ৰ কথা প্ৰপঞ্চি কহিলা।
হৰিষতে তৈতে সিটো ৰজনী বঞ্চিলা ॥৪০৬
শুনা আতপৰে সন্ত চৰিত্ৰ অনন্ত।
সাগৰ সিঞ্চিয়া কোন জনে পাইবে অন্ত॥
গুৰুৰ যুগল কথা আতি অনুপাম।
যাহাৰ কৃপাত ভৈলা হৰিগুণ ধাম ॥৪০৭

হুয়া সাবধান আক শ্রদ্ধায়ে শুনন্ত।
কৃতাঞ্জলি বোলো আয়ে শুনিয়ো মহন্ত॥
বাহুল্য সংক্ষেপ ন্যূন দোষ হয় যত।
ক্ষেমিয়োক সন্ত সাধু প্রণামো সতত॥৪০৮
পৰম কৃপালু সন্ত সমস্ততে সম।
ক্রোধ অহঙ্কাৰ আদি নাহি সমদম॥
ধৈৰ্য্যৱন্ত ক্ষমাৱন্ত মহাদাতাৱন্ত ;
হৰিগুণ নাম সদা মুখে নচাৱন্ত॥৪০৯
হৰিগুণ সাগৰত মজিয়া থাকয়।
শঙ্কৰ মাধৱ হৰি হুয়োক সদয়॥
মূৰ্খ নিত্যানন্দে ভণে আতাৰ চৰিত্র।
ৰাম কৃষ্ণ হৰি বুলি হুয়োক পৱিত্র॥৪১০

---

## দুলড়ী

গুৰুৰ চৰিত্র পৰম অমৃত
শুনন্তে যেন সাক্ষাত।
নিদ্রা নিমিলন্ত উঠি উঠি চান্ত
ভৈলেক বুলি প্রভাত॥
এহিমতে আতি নাহি সুখ শান্তি
যাইবাক গুৰুৰ পাশ।
নিশি অৱসানে উদয়ৰ থানে
ভাদিত্য ভৈল প্রকাশ॥৪১১

উঠিয়া গোসাঁই সবাকে জগাই
বুলিলা মধুৰ বাক।
হেলা পৰিহৰা বিলম্ব নকৰা
যাইবোহো গুৰুৰ পাশ॥
তুমি সব আৰে তীৰ্থক চলিবে
সাজিয়া আসা সকলে।
আমি গুৰু থাৰে আসিবো স্বভাৰে
যাইবোহো আমি একলে॥৪১২
শুনা যদুমণি চলাহা আপুনি
গঙ্গাক কৰাহা গতি।
বোলে যদুমণি তোমাক যে আমি
চাৰি নকৰিবো গতি॥
তীৰ্থকযে প্ৰতি নোহে তথু মতি
বোলো মই নিশ্চে বাক।
আছে অস্থিথান পেলাইবো এথান
নছাবো তভো তোমাক॥৪১৩
তমাইৰ আদেশে আইলো তযু পাশে
হুয়া আমি নিষ্ঠ সঙ্গ।
যাইবো যথা তথা চলিবো সৰ্ব্বথা
নকৰিয়ো ইটো ভঙ্গ॥
মৰ্ম্মবাণী চয় দিলাহা হৃদয়
বোলে তাসম্বাৰ আগে;

সঙ্গে যদুমণি বহিল আপুনি
তুমি সব যাইতে লাগে ॥৪১৪
এতেক বুলিয়া স্নেহে সাদৰিলা
ভাগিনক বুলিলন্ত।
ভালমতে সদা চলিবা সততে
সদা হৰি ৰাখিবন্ত ॥
গোসাঁইৰ বচনে নমিয়া ভাগিনে
বোলন্ত যাইবো তীৰ্থক।
গোসাঁই শুনিয়া গুৰুৰ পাশক
ভৈলন্ত মন উৎসুক ॥৪১৫
জালুক শোভন আতি বিতোপন
লৈলন্ত কৰি বিচিত্ৰ।
আত পৰে কথা যেন ভৈল তথা
শুনিয়ো আক চৰিত্ৰ ॥
প্ৰভাততে স্নানি তুৰন্তে আসিয়া
কেশৱ আতা সাক্ষাত।
বোলন্ত বচন হৰিৰ নন্দন
বিলম্ব নকৰা আত ॥৪১৬

---

## ছবি

এহিমতে সম্বোধনে গোসাঁই আনন্দ মনে
ভাগিনক বুলিলা আশ্বাস।
তেসম্বে তীৰ্থক গৈলা মুহুমণি সঙ্গে ভৈলা
চলিলা গোসাঁই গুৰু পাশ॥
দুয়োজন একে সঙ্গে চলি যান্ত মন ৰঙ্গে
পাইলা যেবে তোৰোচাৰ তীৰ।
দেখিলন্ত বিদ্যমান জ্বলন্ত গুৰুৰ স্থান
হাট বাট প্ৰকাশে কচিৰ॥৪১৭
তোৰোচাৰ নামি জলে পবিত্ৰ হোৱন্ত ভালে
কেশ আতা চলিলন্ত আগ।
হুয়া আতি শুদ্ধ কায় ধীৰ গতি চলি যায়
গুৰুৰ পাশক মহাভাগ॥
যেন শিশু গুটি প্ৰায় মাতৃৰ পাশক যায়
ক্ষুধায়ে তৃষায়ে বুজি কাজ।
সৰোবৰ জল আশে চলি যান্ত লয় লাসে
ময়মত্ত যেন গজৰাজ॥৪১৮
সেইমতে আতা যেবে পদূলি পাইলেক তেবে
দুই গুটি পদ্ম বিতোপন।
স্থিৰ নাহি তাৰ আৰ ডাকিছন্ত বাৰেবাৰ
বুলি আতা কেশৱ চৰণ॥

কেশ আতা কেশ আতা বুলি বহিছন্ত তথা
কোন পথে যাইবো কথি মন।
শুনি গুরু বুলিলন্ত কোনজনে ডাকিছন্ত
কহিয়োক কেশর চরণ ॥৪১৯

কেশ আতা বোলে বাণী শুনা গুরু মহামানী
উজানর পুরুষ যিজন।
পরম গম্ভীর ধীর সুশোভন মতি স্থির
আসি আছে পুরুষ সিজন ॥
বুলিলন্ত গুরুবাক বাক্যন্তে চিনিলো যাক
দেখিলেষে চিনিবোহো তাক।
শ্রীরাম কেশর যায়া পত্রক দিয়ো ছিনায়া
যায়ো তোরা আগবাঢ়িবাক ॥৪২০

শুনিয়া শ্রীরাম আতা চলিলন্ত বিষ্ণু আতা
কেশ আতা জনার্দ্দন রাম।
আগবাঢ়ি দেখিলন্ত পদূলিত রহিলন্ত
জ্বলন্ত পুরুষ অনুপাম ॥
দেখিয়া সবারে মন মোহভৈলা ততক্ষণ
কিনো আতি পুরুষ সুঠান।
আগবাঢ়ি আছো আমি গুরু পাশে আসা তুমি
হেন সয়ে বুলিলা বচন ॥৪২১

তাহান বচন শুয় শুনি নথাকিল রই
দেখাই এক তার বিস্তাপন ॥

দেখি তাৰাসৱে আতি বিস্মৃত ভৈলেক মতি
বোলে কিনোকথা বিচক্ষণ ॥
পৰম মহত কৰ্ম্ম দেখিয়া সৱাৰে মৰ্ম্ম
সঙ্গে আতা চলে লয়লাসে ।
সৱাতে প্ৰকাশ আতি চলি যান্ত ধীৰ গতি
গুৰুৰ পাশক লয়লাসে ॥৪২২

---

পদ

আছন্ত মাধৱ গুৰু পৰম প্ৰকাশে ।
চাৰিভিতি ভকত সৱে গুৰুক উপাশে ॥
আবৃত মণ্ডলে সূৰ্য্য জ্বলে সেহি নয় ।
ভকতৰ মধ্যে গুৰু তেন প্ৰকাশয় ॥৪২৩
তাৰাগণ মধ্যে যেন শশাঙ্ক জ্বলয় ।
ভকতৰ মধ্যে গুৰু শোভয় তেহ্নয় ॥
পৰম সুন্দৰ ৰূপ মূৰুতি মধুৰ ।
বদন কমল আতি জ্বলন্ত প্ৰচুৰ ॥৪২৪
পঙ্কজ নয়ন ধীৰ বচন সুস্বৰ ।
গহন হৃদয় নাভী পদ্ম মনোহৰ ॥
বড়াকৰ ভুজ যুগ শ্যাম কলেৱৰ ।
উৰু বাম কল পদযুগ ৰুচিকৰ ॥৪২৫
সৰ্ব্বাঙ্গে পড়িচা ধৌত বস্ত্ৰ অনুপাম ।
মুখে উচাৰন্ত সদা হৰি গুণ নাম ॥

দেখিয়া আতাৰ আনন্দৰ সীমা নাই।
গুৰুৰ চৰণ সমীপক পাইলা যাই ॥৪২৬
আতাক দেখিয়া ভক্তসমে তেতিক্ষণে।
আটৈভৰি আগবাঢ়িলন্ত গুৰুজনে ॥
বুঢ়াপো গোবিন্দ, বৰবৈকুণ্ঠ, শ্ৰীৰাম।
গোপাল, গোবিন্দ, বুঢ়াজয়ানন্দ, ৰাম ॥৪২৭
পৰমানন্দ, যদুমণি আৰু কৃষ্ণ, হৰি।
শ্ৰীৰাম আতা, বিষ্ণু আতা আদিকৰি ॥
আগবাঢ়িবাৰ আৰ নথাকিল কেৱ।
পূৰ্ব্বৰূপে পুনু বসিলন্ত গুৰুদেৱ ॥৪২৮
গুৰুক আবৰি ভক্তসৱ ঠাই ঠাই।
মহা ভক্তিভাৱে বসিলন্ত শাৰী লই ॥
একশত বিংশতি ভকত চতুৰ্ভিতি।
সৱাৰে মাজত গুৰু কৰন্ত দীপিতি ॥৪২৯
প্ৰেমভৰে আতাৰ নয়নে বহে নীৰ।
কৰিলা প্ৰণাম গুৰু পাৱে থৈয়া শিৰ ॥
উঠা উঠা বুলি আশ্বাসিলা গুৰুজনে।
বসিলন্ত আতা অতি সাৱধান মনে ॥৪৩০
হুয়া সাৱধান যেৰে হৰিষে বসিলা।
মবিচা জালুক গুৰু পাৱে নিবেদিলা ॥
পিতৃৰ আগত পুত্ৰ জলে যেহিমত।
গুৰুৰ আগত আতা শোভে সেহিমত ॥৪৩১

আতাক দেখিয়া গুৰু আনন্দিত মনে।
পুচিলা কুশল বাৰ্ত্তা মধুৰ বচনে ॥
গুৰু নিগদতি আৰে শুনা আমুকাই।
আমাক জানিলা তুমি কিমত উপাই ॥৪৩২
কহিয়োক কথা ইটো শুনিবো শ্ৰৱণে।
গুৰুক প্ৰণামি আতা বুলিলা বচনে ॥
স্বপ্নৰ দ্বাৰাই গুৰু দেখিলোহোঁ আমি।
গুৰু বোলে কেনৰূপ দেখিলাহা তুমি ॥৪৩৩
আতা বোলে সৱৰূপ দেখিলোহোঁ আত।
একগুটি চিহ্নমাত্ৰ নেদেখি স্বপ্নত ॥
গুৰু বোলে মুখমধ্যে নাহিকা দশন।
কলিয়া শৰীৰ চাইবা কিৰূপ শোভন ॥৪৩৪
এহিবুলি হাসি মুখ দেখাইলা প্ৰকাশি।
ভৈলন্ত বিস্ময় আতা বিকশিত দেখি ॥
মোনে ৰহিলন্ত আতা নুবুলি বচন।
গুৰু বোলে আমুকাই শুনা দিয়ো মন ॥৪৩৫
কোনজন লোকে হেন দেখয় স্বপন।
অষ্টনিধি ভাণ্ডাৰ আগত উতপন ॥
জাগিলে কি সিটো অষ্টনিধিক পাৱয়।
তাৰ কেনমতে পাইলা কহিয়ো নিশ্চয় ॥৪৩৬
কহিলন্ত আতা পুনু হুয়া সাৱধান।
শাস্ত্ৰৰ দ্বাৰায়ে পাই আছো বিদ্যমান ॥

পুনু মহাপুৰুষে বুলিলা হেন বাণী।
শাস্ত্ৰবাৰা পাইল কেনে কৈয়ো মহামানী ॥৪৩৭
শঙ্কৰ গুৰুয়ে শাস্ত্র আছয় ৰচিয়া।
মাধৱে ৰচিল পাইলা সিশাস্ত্র পঢ়িয়া ॥
আতা বোলে ৰাজসূয় ৰত্নাৱলী দুইখন।
পাইলোহোঁ তোমাক বাপ দিলা দৰিশন ॥৪৩৮
আমাৰ ভাগ্যৰ কথা কহন নযাই।
গুৰু বোলে ভালতো কহিলা আমুকাই ॥
সেই দুই শাস্ত্র আমি আছোহো ৰচিয়া।
আমাক জানিলা সিটো শাস্ত্ৰক পঢ়িয়া ॥৪৩৯
আতা মহাপুৰুষৰ যুগল মঙ্গল।
শুনিলে মাত্ৰকে গুচে সৱে অমঙ্গল ॥
হেনজানি সৰ্ব্বজনে শুনা সাৱধান।
শ্রীমহাপুৰুষে হেন বুলিলা বচন ॥৪৪০
তোমাৰ উপৰি বংশ আছিলেক কৈত।
বঙ্গদেশ গ্রাম কথা কহিয়ো আমাত ॥
শুনিয়া গুৰুৰ আগে আতা কহিলন্ত।
আমাৰ উপৰি তিতা চোমদাৰ বোলন্ত ॥৪৪১
নাৰায়ণপুৰ দেশ সাউকুছি গ্রাম।
গুৰুৰ আগত হেন কহিলন্ত নাম ॥
শুনিয়া বুলিলা গুৰু শুনা আমুকাই।
তোমাৰ উপৰি ভালে আমি জানো প্রায় ॥৪৪২

কুণ্ডিল আছিল মহামতি শুভ নয়।
সুবৰাজ যুবৰাজ তাহান তনয় ॥
সুবৰাজ যুবৰাজ মহাসত্ত্বশীল।
উদেশত হস্তে গৈয়া সিদেশে কৰিল ॥৪৪৩
সুবৰাজ ৰায়ক পুত্ৰ লৰ ভৈলা জাত।
তাহান তনয় চপা চোমদাৰ প্ৰখ্যাত ॥
সেহিজন তৱ পিতা তাহান তনয়।
তোমাৰ উপৰি হেৰা দিলো পৰিচয় ॥৪৪৪
আছিল তোমাৰ বাৰী চম্পক সুথান।
চম্পা চোমদাৰ বোলে সেহিসে নিদান ॥
সেহি চম্পা গাছৰ পিন্ধিছো পুষ্পচয়।
স্পৃশন আঘ্ৰাস পুষ্প সুন্দৰ অশয় ॥৪৪৫
সেহি উচ্চ পুষ্প বৃক্ষে চৰি লোকচয়।
ভনাছিটি হেন লোহিতক দৰশয় ॥
সাউকুছি গ্ৰাম বুলি কহিলাহা তুমি।
গ্ৰাম্য দেশ নাম সবে কহিবোহোঁ আমি ॥৪৪৬
সাউদসকলে জাত বাণিজ্য আছিলা।
এতেকতে সাউকুছি গ্ৰাম্য বুলিছিলা ॥
লোকমুখে আক বোলে সাউকুছি গ্ৰাম।
দেশৰ আছিল নাৰায়ণপুৰ নাম ॥৪৪৭
নাৰায়ণপুৰৰ স্বাদক অন্নবৰ।
শস্যে মৎস্যে ধনে ধান্যে সুখীমন্ত নৰ ॥

ব্ৰাহ্মণ সজ্জন লোক সব্ৰ ধৰ্ম্মমতি।
সেহি নাৰায়ণপুৰে আমাৰ উৎপতি ॥৪৪৮
তোমাৰ ঘৰৰ কথা ভালে আমি জানি।
পৰম শ্ৰীমন্ত আছিলেক মহামানী ॥
পুনু গুৰু বুলিলন্ত মধুৰ বচন।
সম্প্ৰতি আছয় তোমাসাৰ কোনজন ॥৪৪৯
আতা বুলিলন্ত আমাসাৰ কেহোঁ নাই।
সৱাকে তেজিলো তযু চৰণ আশায় ॥
এহি কি পাইছা বুলি গুৰু পুচিলন্ত।
জালুক বুলিয়া গুৰু আগে কহিলন্ত ॥৪৫০
ভকতৰ হাতে গুৰু খসায়া বন্ধন।
দেখিলন্ত অতিশয় জালুক শোভন ॥
বোলন্ত কোথায় পাইলা জালুক সুন্দৰ।
তথায়ে আমাক নেকি জানে কোন নৰ ॥৪৫১
বাণিজ্য কৰ্ম্মত নেকি ইহাক পাইলা।
কিজানি তোমাৰ বাৰী ৰোপিযা আছিলা ॥
কিমতে পাইলা আক দিলে কোন নৰ।
কহিতে লাগিলা আতা গুৰুৰ গোচৰ ॥৪৫২
তোহাক সমস্ত লোকে ভালে নাহি জানে।
পৰম সাদৰে লোকে গঙ্গাকেসে মানে ॥
নাহি কৃষি কৰ্ম্ম বাণিজ্যকো নাহি কৰি।
গঙ্গাস্নানে যাইলে লোকে দিৱয় সাদৰি ॥৪৫৩

শুনি গুৰু বুলিলন্ত শুনা আয়ুকাই।
বিষ্ণু পাদোদকে যাইতে কৰিয়ো উপায় ॥
গুৰুক সম্বোধি আতা বুলিলন্ত বাক।
তথু পাৱে কিছুদিন ৰাখিয়ো আমাক ॥৪৫৩
পুনৰ্ব্বাৰ গুৰু বোলে যাইবাক লাগয়।
শুনি গুৰু আগে আতা কহন্ত বিনয় ॥
গাৱে বিষ ব্যাপিছে হাস্তিতে ত্ৰুঃখৰ।
চলিবো কিমতে বাপ পন্থ অগোচৰ ॥৪৫৪
গুৰু অভিপ্ৰায় জানি শ্ৰীৰাম মহন্ত।
আতাক সম্বোধি হেন বাক্য বুলিলন্ত ॥
আমাৰ বচন শুনিয়োক বাপু ধৰ।
গুৰু আজ্ঞা বিশেষ জানিয়া শিৰে ধৰ ॥৪৫৫
শুনি আতা বুলিলন্ত যাইবোহো গঙ্গাক।
কৰিবা বিফল কেনে গুৰুৰ আজ্ঞাক ॥
একে কালে গুৰু হেন বুলিলা বচন
নকৰি সংশয় তীৰ্থে কৰিয়ো গমন ॥৪৫৭
সঙ্গে যাত্ৰা দিবো মই পন্থ চিনাইতে।
নাৰায়ণ তৈল দিবো মাথায়ে মাখিতে ॥
আমাক লাগিয়া ৰাজা দিয়াছে বহুত।
নাৰায়ণ তৈলৰ মহিমা অদভূত ॥৪৫৮
নানা দ্ৰব্য নিবন্ধিয়া অনেক প্ৰবন্ধি।
দ্বাদশ বৰিষে তৈল হয়ন্ত সুগন্ধি ॥

সেহি তৈল মাথে লৈয়া মাথন্ত সদায়।
কফ বাত পিত্ত বায়ু সুশান্ত কৰয় ॥৪৫৯
পদতলে এড়াৰি পত্ৰেক থাপিবন্ত।
তোলা জোখা কৰিয়া মাথায়ে মাখিবন্ত॥
সেহি তোলা প্রমাণে চৰণে ঝৰিবেক।
পথশ্রম শুচি বায়ু সুশান্ত হৈবেক ॥৪৬০
জানা আমুকাই কহোঁ তত্ত্ব বিদ্যমান।
বৰঘাটে সৰ্ব্বলোকে কৰি দিয় স্নান॥
সেহিঘাটে তুমি স্নান কৰিতে নলাগে।
ঘুগি নামে এক ঘাট তাৰ পূৰ্ব্বভাগে ॥৪৬১
শঙ্কৰ গুৰুৰ সঙ্গে স্নানিলোহো যাই।
তুমিয়ো স্নানিবা যাই সেহি ঘাট পাই॥
শুনা হৰি বল্লভ বোলন্ত গুৰুজনে॥
আমি ভুঞ্জিবাৰ দ্রব্য কৰিয়া যতনে ॥৪৬২
আহাৰ লাগিয়া ভালে দিয়ো বাসাঘৰ।
শুনিয়া তেখনে তাৰা দিলন্ত সাদৰ॥
আতাক বোলন্ত গুৰু বাসায়ে চলিয়ো।
ভোজন কৰিয়া তুমি সত্তৰে আসিয়ো ॥৪৬৩
গুৰুক প্রণামি আতা বাসায়ে চলিলা।
ভোজন আন্তায়ে গুৰু পাশক আসিলা॥
প্রণামিয়া আতা গুৰু পাশতে বসিলা।
পৰম ভকতি সুখ গুৰু প্রকাশিলা ॥৪৬৪

গুৰুৰ বচন যেন অমৃত সিঞ্চয়।
তাতে পৰমার্থ সুখ কহিয়া আছয় ॥
পিয়ন্তে আতাৰ বৰ আনন্দ মিলিল।
গুৰু আতা মহাসুখে ৰজনী বঞ্চিল ॥৪৬৫
শুনা সন্ত ভক্তচয় চৰিত্র অনন্ত।
দুয়োজন কথা সুখে পৰম মহন্ত ॥
গুৰুৰ পাশত আতা ত্রিৰাত্র বঞ্চিলা।
যিমতে গুৰুৱে ধর্ম্ম সুখ প্রকাশিলা ॥৪৬৬
যোগবলে দিবা ৰাত্রি নাসিছিল খটি।
দেখাইলা আতাক গুৰু পৰম ভকতি ॥
সাৰশেষে কোনে তাক কৰিবেক অন্ত।
তিনি ঘোষা তিনি গীতে আলাপ ভৈলন্ত ॥৪৬৭
এহি মতে ধর্ম্ম সুখ কহিলা বিস্তৰ।
যেন কথা ভৈল শুনা আত অনন্তৰ ॥
কলাপ কেশৰী দুই যাত্রী সঙ্গে দিয়া।
আতা পঠাইলা গুৰু গঙ্গাক লাগিয়া ॥৪৬৮
কহিলা যাত্রীত গুৰু প্রবোধি বচন।
পন্থে যেন দুখ নপাই সুখিৰ গমন ॥
ভালমতে সঙ্গে নিয়ো পথক চিনায়া।
যাইবেক পুৰুষ এন্তে গঙ্গাক লাগিয়া ॥৪৬৯
দুই যাত্রী গুৰুৰ আদেশ ধৰিলন্ত।
নাৰায়ণ ভৈল গুৰু আতাক দিলন্ত ॥

যদুমণি লৈলা তৈল কৰিয়া যতন।
গুৰুক প্ৰণামি আতা পন্থক গমন ॥৪৭০
যাত্ৰী সঙ্গ কৰি আতা পথত চলন্ত।
প্ৰাতঃ সন্ধ্যায়ে নাম কীৰ্ত্তন কৰন্ত ॥
এহি মতে কিছুদিন পথত চলন্তে।
অস্তাগত সূৰ্য্য এক আশ্ৰমৰ হন্তে ॥৪৭১
হৰিৰ বৰ্ণন বুলিছন্ত যদুমণি।
ব্ৰহ্মা হৰ অধীন বৰ্ণন ছন্দ শুনি ॥
দুই যাত্ৰী কোপে হেন বুলিলা বচন।
ব্ৰহ্মা হৰ অধীন বুলিলা কি কাৰণ ॥৪৭২
এহি বুলি দুই যাত্ৰী কৰয় গৰ্জ্জন।
দেখি আতা কৰিছন্ত দন্দ্ব বিচক্ষণ ॥
যদুমণি পৃষ্ঠে এক কৰক থাপিয়া।
চাপৰ দিলন্ত হস্তে বচন বুলিয়া ॥৪৭৩
ব্ৰহ্মা হৰ অধীন বুলিলা কি কাৰণ।
দণ্ডিলা বুলিয়া যাত্ৰী দুই ৰঙ্গমন ॥
মনে বোলে আতা যেবে কৰয় সন্ধান।
হেন সঙ্গে আমি আৰ নকৰো পয়ান ॥৪৭৪
যিটো চিদানন্দ নিৰঞ্জন দেৱ হৰি।
তাহান বিমুখ সঙ্গে যাইবো কেন কৰি ॥
ইহান সঙ্গত গুৰু আমাক পাঠয়।
এহিমতে সিটো ৰাত্ৰি বঞ্চিয়া আছয় ॥৪৭৫

প্ৰভাতে উঠিয়া আতা বুলিলন্ত কথা।
হাথিতে নপাৰো আমি ৰহিলোহোঁ এথা॥
আমাৰ ভাগিন জগন্নাথ নাম যাৰ।
তান আগে কহিবাহাঁ আমি আসিবাৰ॥৪৭৬
শুনিয়া তথায়ে যাত্ৰী নথাকিল ৰই।
কাহে জগন্নাথ বুলি পথত সোধয়॥
ডাকন্তে পাইলা লাগ জগন্নাথ আসে।
হাস্থিতে নপাৰে মোমা চলি যাওঁ পাশে॥৪৭৭
জগন্নাথ চৰণেও ইকথা শুনিয়া।
তাহান উদ্দিশ পন্থে আসিল চলিয়া॥
গোসাঁইক নিৰেখি জগন্নাথ চলি যান্ত।
শুনিয়ো গোসাঁইৰ তৈত সিমত ভৈলন্ত॥৪৭৮
হাস্থিতে নপাৰে আতা কোমল শৰীৰ।
আতি সুকোমল দুই চৰণ ৰুচিৰ॥
প্ৰত্যেক ভৰিত যেন ৰুধিৰ ৰজাই।
নচলয় পায় ধীৰ গতি চলি যায়॥৪৭৯
হেন দেখি যত্নমণি বজাৰে চলিয়া।
সুন্দৰ পানৈযুৰী আনিল কিনিয়া॥
আতাৰ পায়ত কৰাইলন্ত পড়িধান।
পানৈ পায়ে পথত চলন্ত কিছুমান॥৪৮০
মনে বোলে তীৰ্থে আমি আসিছো নিশ্চয়।
পানৈ পায়ে গতি আতি ভাল নাহিকয়॥

আৰু তাতে পাৰে আতি দুখক পাইলা।
পাৰহন্তে পানৈষুৰী অন্তৰে পেলাইলা ॥৪৮১
হেনকালে জগন্নাথ চৰণ আসিলা।
হাস্থন্তে নপাৰে আতা সাক্ষাতে দেখিলা ॥
বুলিলন্ত তীৰ্থে আমি স্নান কৰিলোহোঁ।
ফিৰি আৰ বাৰ তৱ সঙ্গত চলোহোঁ ॥৪৮২
এহিবুলি আতাক লৈযান্ত আৰজাই।
নাৰায়ণ তৈল মাথে মাখন্ত সদায় ॥
কতোদিনে ভৈলা গৈয়া গঙ্গাক সাক্ষাত।
মিলিল পৰম প্ৰীতি আসি সিবেলাত ॥৪৮৩
যেহিমতে গুৰুজনে শিখায়া আছিলা।
সেহিঘাটে একনাভি জলত নামিলা ॥
ভূতয় উচ্ছিত ঢউ ভৈল সেহি স্থান।
বিধিৱতে আতা তৈতে কৰিলন্ত স্নান ॥৪৮৪
হুয়া শুদ্ধ যেহি যেহি কৰিলন্ত দান।
আপুনি সাক্ষাতে গঙ্গা লৈলা বিদ্যমান ॥
হৰিক বন্দিয়া তুলসীক দিয়া দান।
পূৰি মনস্কাম আতা কৰিলন্ত স্নান ॥৪৮৫
স্নানিয়া গোসাঁই ভালে দুগ্ধক চৰায়া।
মৃত্তিকাৰ ভাণ্ডে জল লৈলন্ত ভৰায়া ॥
তাত পাছে গঙ্গাত ত্ৰিৰাত্ৰিক বঞ্চিলা।
শুদ্ধভাৱে পুনু গুৰু পাশক আসিলা ॥৪৮৬

নৈলন্ত তেন্তেলি সেৰ বাহীৰ বন্ধৰ।
পাইলা গৈয়া চোৰা চকী তাত্ত অনন্তৰ॥
সেহিস্থানে যাত্ৰীসৱ ৰাখিয়া আছন্ত।
ব্ৰাহ্মণ সজ্জন যাত্ৰী সৱ অপৰ্য্যন্ত॥৪৮৭
দ্বাৰি আগে গৈয়া পাছে কথাক কহিছে।
উজানৰ ভাগৱতী মহন্ত আসিছে॥
এতেক শুনিয়া সিটো নথাকিল ৰই।
সাদৰে প্ৰণামি বুলিলন্ত নম্ৰকায়॥৪৮৮
চাৰি দ্বাৰি বোলে বাপ তোমাক নৰাখি।
বোলন্ত গোসাঁই যাত্ৰী সৱ আছা ৰাখি॥
তাহান বিপদ দেখি কিমতে যাইবো।
দিয়োক মেলানি মাগি একত্ৰে চলিবো॥৪৮৯
শুনিয়া গোসাঁইৰ সিটো বচন অমৃত।
বোলে শুধু বাক্যে যাত্ৰী এৰিলো চকীত॥
গোসাঁইৰ প্ৰসাদে যাত্ৰী এৰায়া প্ৰমাদ।
চলন্ত গোসাঁইক আতি হুয়া হৰিষাদ॥৪৯০
পন্থে পন্থে যাত্ৰীসৱে সাধু সাধু বড়ি।
কৰিয়া প্ৰশংসা সৱে যান্ত দিশ ধৰি॥
গোসাঁইৰ প্ৰসাদে সৱে এড়ায়া চকীত।
সজ্জন জনৰ জানা হেনসে উচিত॥৪৯১
দেখা সন্ত ভক্ত কেনে আতাৰ চৰিত।
পৰম কৃপালু জানি চিন্তিয়োক নিত॥

শান্তৰূপ দায়াশীল কৃষ্ণনাম সিন্ধু।
ভকত কুমুদ কুল যেন অৰবিন্দ ॥৪৯২
কোমল লাৱণ্য পদ ধীৰগতি কায়।
মধুপুৰ স্থানৰ সমীপ পাইল যায় ॥
স্নানকৰি পৰিলন্ত পৰিত্ৰ বসন।
ভৈলন্ত হৰিষে গুৰু স্থানে প্ৰবেশন ॥৪৯৩
শ্ৰীমহাপুৰুষ গুৰু প্ৰকাশন্ত বসি।
শৰত কালৰ যেন পূৰ্ণিমাৰ শশী ॥
শিৰে তুলসীৰ মালা আছে পৰিধাই।
কৰে মালা লৈয়া জাপ্য কৰন্ত সদায় ॥৪৯৪
সুদীৰ্ঘ বৰ্ত্তুল গুৰু অঙ্গুলি সুহাই।
চন্দন তিলক পড়িছয় ঠাই ঠাই ॥
কহন্ত শুনন্ত হৰি কীৰ্ত্তন কৰন্ত।
সবাৰে মাজতে গুৰু প্ৰকাশ কৰন্ত ॥৪৯৫
গুণৰ সাগৰ গুৰু দোষে নাহি সন্ধি।
যাৰগুণে ভকত ভ্ৰমৰা হৱে বন্দী ॥
চৈত্ৰৰ মাসত হন্তে ৰবিৰ সঞ্চাৰ।
পুণ্যকালে বিষু পৰ্ব্ব আনন্দ অপাৰ ॥৪৯৬
একশত বিংশতি ভকত অনুপাম।
কতো ৰাৱে কতো গাৱে হৰি গুণনাম ॥
চৈত্ৰৰ মাসৰ বৰ বিষু আছৈ মিলি।
যোৰাযোৰে হৰিগুণ গায়ে কৌতূহলি ॥৪৯৭

জয় জয় রাম রাম হরি হরি বোল।
প্রেম রসে ভকতসবে হয়া আছে ভোল॥
এহিমতে হরির গুণত মহোৎসব।
বৈকুণ্ঠ স্থানত যেন কীর্ত্তন উৎসব॥৪৯৮
নানা স্থান হন্তে ভক্ত আছয় আসিয়া।
গুরুক আবরি আছে চৌভিতি বেঢ়িয়া॥
কিকহিবো গুরুর মহিমা অদভূত।
সংক্ষেপ পদত কিছু শুনিয়ো প্রস্তুত॥৪৯৯
প্রকাশন্ত বেহেরিয়া বিষ্ণুআতা সন্ত।
গুরুক বন্দিয়া তথা শ্রীরাম মহন্ত॥
মুখ্য মুখ্য ভকতসব গুরুক আবরি।
বসিছন্ত ভাটকুছি আতা আদিকবি॥৫০০
হরি কৃষ্ণ গোপাল গোবিন্দ জনার্দ্দন।
রামদাস হরিদাস পাণ্ডা নারায়ণ॥
শ্রীরাম বলাই নরসিংহ বিচক্ষণ।
বুঢ়া জয়ানন্দ ঘটি রাম সনাতন॥৫০১
গঙ্গাতীর নিবাসী দুইজন অনুপাম।
রামনারায়ণ হরিনারায়ণ রাম॥
জগন্নাথ নিবাসী যে কমল ভূষণ।
গুরুক উপাসে আনো ভক্ত বহুজন॥৫০২
হরিবল্লভ আতৈ যে আছন্ত নিয়মে।
যিবেলাত যেহি কর্ম্ম করা অনুক্রমে॥

এহিমতে গুৰু যেৱে আছন্ত প্ৰকাশ ।
আতি নম্ৰকায়ে আতা যান্ত গুৰুপাশ ॥৫০৩
প্ৰচণ্ড ৰবিৰ তাপ মধ্যাহ্ন কালত ।
ভইলন্ত আতা দিব্য প্ৰবেশ সভাত ॥
বিষ্ণু পাদোদক খৈলা গুৰুৰ আগত ।
কৰিলা প্ৰণাম আতা গুৰুৰ পাৱত ॥৫০৪
কতো বেলি ৰহিয়া আছন্ত পায়ে পৰি ।
আতাৰ শিৰত গুৰু দুইহাতে ধৰি ॥
উঠা উঠা বুলি আলিঙ্গিয়া গুৰুজন ।
পৰম স্নেহত গুৰু বুলিলা বচন ॥৫০৫
আতি সুকোমল জানো তযু কলেৱৰ ।
চৈত্ৰৰ মাসৰ ৰৌদ্ৰে দুখ পাইলা বৰ ।
প্ৰচণ্ড ৰবিৰ তাপে শিলাও দ্ৰৱয় ।
মেদিনী ফাটয় হেন তাপ তমোময় ॥৫০৬
চলিতে আসিতে বৰ দুখ পাইলা পায়ে ।
কিমতে হাঠিলা আতি ৰবিৰ প্ৰভাৱে ॥
এতেক বুলিয়া গুৰু পুচিবে চাহন্ত ।
বুজিয়া শ্ৰীৰাম আতা বাক্য বুলিলন্ত ॥৫০৭
হে বাপ গুৰু এক বোলোহোঁ বচন ।
দুঃখ পায়া আসিছয় পুৰুষ সজ্জন ॥
লাৱণ্য শৰীৰ আতি সুশীতল লোক ।
খানিক জুৰাওক আৰে দুখ দূৰ হোক ॥৫০৮

শ্ৰীৰাম আতা যেবে হেনয় কহিলা।
গুৰুৰ পাশত আতা বিনয়ে বসিলা॥
আনিছে তেঁতেলি পকা বাহিৰ বন্ধৰ।
নিবেদিলা সিটো দ্ৰব্য গুৰুৰ গোচৰ॥৫০৯
কি দ্ৰব্য পাইলা বুলি গুৰু পুছিলেক।
শুনি গুৰু আগে আতা হেন বুলিলেক॥
বাহিৰ বন্ধৰ পকা তেঁতেলিক পায়া।
আনিয়া আছোহোঁ বাপ তোমাক লাগিয়া॥৫১০
বাকলিসন্নক যদি গুচায়া আছয়।
ভোজন কৰিবে লাগি ভাল নাহিকয়॥
শুনি আতা কহে বাপ আছয় বাকল।
মৃত্তিকাৰ ভাণ্ডে আনি আছো গঙ্গাজল॥৫১১
গুৰু বোলে তাহাৰ মেলিয়ো মুখখানি।
মুদিত গুচায়া দেখাইলন্ত ভাণ্ড পানী॥
দেখি গুৰু বোলে পন্থে পোষ দিছা তুমি।
আতা বোলে বাপ পোষ নাহি দিয়া আমি॥৫১২
গুৰু বোলে ইটো কথা শুনা আমুকাই।
নদী কূপ কুণ্ডজল আনে মিসলাই॥
ইনমতে গঙ্গোদক আনে পোষ দিয়া।
এহি কথা আমি ভালে আছোহোঁ জানিয়া॥৫১৩
আতা বোলে শুনা বাপ স্বৰূপ বচন।
আনি গঙ্গোদক ভাণ্ডে ভৰিলা যখন॥

তেখনৰ পৰা যে মুদিত নাহি কৰি।
আছয় সম্পূৰ্ণে যেনমতে লৈলো ভৰি ॥৫১৪
শুনি গুৰু বুলিলন্ত আতাক চাহিয়া।
যাৰ তাৰ হাতে জল নাসয় ভাবিয়া ॥
যেন মতে গঙ্গোদক আসি আছে পূৰ্ণ।
ভক্তি ধৰ্ম্মে তুমি জানা হৈবাহাঁ সম্পূৰ্ণ ॥৫১৫
কহিলোহো ইটো কথা নিশ্চয়ে জানিয়ো।
কেনমতে স্নানিলাহা ইকথা কহিয়ো॥
গুৰুৰ বচনে আতা সৱে কহিলন্ত।
যেনমতে আতা তীৰ্থে স্নান কৰিলন্ত ॥৫১৬
শুনি গুৰুদেৱ মন সন্তোষ ভৈলন্ত।
হৰিবল্লভক চাই বাক্য বুলিলন্ত ॥
হে হৰিবল্লভ বেলা কতেক ভৈলন্ত।
কত যোৰা ভক্তে হৰি কীৰ্ত্তন কৰন্ত ॥৫১৭
শুনি হৰি বল্লভেও কহন্ত সাদৰি।
তিনিযোৰা ভক্তে আছে কীৰ্ত্তনক কৰি ॥
তৃতীয় প্ৰহৰ বেলা অতীত ভৈলেক।
আৰে একযোৰা আছে প্ৰহৰ হৈবেক ॥৫১৮
গুৰু বোলে সিও যোৰা তৃতীয় প্ৰহৰে।
যিবা যোৰা আছে গাওক চতুৰ্থ প্ৰহৰে ॥
পাৰিবেকি নাবে গুৰু বচন বুলিলা।
পাৰিবেক বুলি হৰিবল্লভ কহিলা ॥৫১৯

শুনিয়া গুৰুৰ ভৈলা প্রেম অতিৰেক।
হৰি কীৰ্ত্তনেসে মাত্র আনন্দ ভৈলেক ॥
এহিমতে আমাৰ যে দিন বহি গৈল।
তেবে কি আমাৰ আউৰ সাধিবাক বৈল ॥৫২০
হৰিৰ কীৰ্ত্তনে সদা দিনক গৱাইলো।
গুৰুৰ কৃপাত আমি কিনো নসাধিলো ॥
এতেক বুলিয়া হস্ত থাপিয়া মাথায়।
আউৰ হস্ত আনি গুরু মিলায়া হৃদয় ॥৫২১
প্রেমানন্দে গুৰু হস্তপদ্ম ফুৰান্ত।
পুনৰ্ব্বাৰ গুৰু হেন বচন বোলন্ত ॥
হেনমনে শুণি প্রভু পুলকিত কায়।
গুৰু নিগদতি আৰে শুনা আমুকাই ॥৫২২
অনেক প্রকাৰে আমি ধৰ্ম্মক কহিলো।
আৰে যেহি গোটা হৈছে ইহাক নপাইলো ॥
যটি তামি ধৰি ধৃপ চাইলো সংখ্যা কৰি।
সকলো প্রকাৰে চাহিলোহো থিৰ কৰি ॥৫২৩
একোৱে প্রকাৰে জানা নপাইলো সুগম।
হৰি নাম কীৰ্ত্তনেসে সৱাতে উত্তম ॥
হৰি ভকতিৰ মাৰ্গ পৰম বেকত।
যেহে কৃষ্ণ তুষ্ট ৰাম নাম কীৰ্ত্তনত ॥৫২৪
জানিবাহা কলিযুগে ৰাম নামে সাৰ।
কৃষ্ণদেৱ বিনে আন ধৰ্ম্ম নাহি আৰ ॥

তাহান ভকতি বিনে নাহিকে বান্ধৱ।
গুৰুৰ চৰণ দুই মুকুতি সাধৱ ॥৫২৫
আত পৰে জানা সৱে বিঘিনি দূষিত।
কলিযুগে ৰামনাম তৰয় পতিত ॥
নাম বিনে আন ধৰ্ম্ম সৱে বিড়ম্বন।
ইহ পৰলোকে হৰি নাম নিজ ধন ॥৫২৬
আক যেনমতে ৰাম নাম আছা পাই।
আৱে এহিগোটা সুখ পাইবাৰে নাই ॥
যেনমতে হৱে হৰি নামৰ মহিমা।
পাৰ্ব্বতীৰ আগে কহি নপাইলন্ত সীমা ॥৫২৭
উদ্ধৱক হৰি যিটো দেখাইলন্ত জ্ঞান।
আতাৰ আগত গুৰু কৰিছা ব্যাখ্যান ॥
আতি শুদ্ধ কায় তীৰ্থ স্নানি আসিছন্ত।
গুৰুমুখে মহাজ্ঞানামৃত বৰিষন্ত ॥৫২৮
নাহি ক্ষুধা তৃষা একো দুঃখ নপাৱয়।
পৰম আনন্দ আতি আনন্দ হৃদয় ॥
গুৰুৰ বচন যেন অমৃত বৰিষে।
চৌভিতি ভকত সৱে পিয়ন্ত হৰিষে ॥৫২৯
প্ৰফুল্ল কমল পশি শোভয় অমৃত।
মধ্যতাৰ চাকগুটি আতি মনোনীত ॥
সেহিমতে গুৰুদেৱ শোভয় মধ্যত।
কেশৰে বেষ্টিত মুক্ষ্য সেৱা যত যত ॥৫৩০

পাসিৰ সদৃশ ভক্ত প্ৰকাশে চৌভিতি।
হেনমত পুষ্পগোট কৰয় দীপিতি ॥
সেহি পুষ্প মধ্যে আছে মধুকৰ নয়।
পৰম কৌতুকে মকৰন্দক পিয়য় ॥৫৩১
সেহিমতে আতা ভক্তি ৰসক পিয়ন্ত।
মাতৃয়ে পুত্ৰক যেন দুগ্ধক দিয়ন্ত ॥
তাতোকৰি স্নেহ গুৰু আতাক লাগিয়া।
আছা গুৰু হৰিভক্তি পন্থক কহিয়া ॥৫৩২
হৰিৰ মন্দিৰে শুনি ৰামনাম বৰ।
কহন্তে শুনন্তে মহা মনত উৎসৱ॥
সমস্তে কহিয়া কোনে কৰিবেক সীমা।
মধুপুৰ স্থানে গুৰুদেৱৰ মহিমা ॥৫৩৩
বোলন্ত আতাক গুৰু বচন শুনিয়ো।
কাটল মৎস্যৰ কেনে আকৃতি দেখিয়ো ॥
তাৰ মধ্যকায় যেন দেখা মহাশয়।
আৰে সেহিমত ধৰ্ম্ম প্ৰকাশ কৰয় ॥৫৩৪
অৰ্দ্ধে উৰ্দ্ধে ক্ৰমে যেন দেখি তাৰ কায়।
আৰে যেনমতে হৈবে পূৰ্ব্বাপৰে নাই ॥
হয়নাই হইব আৰো হৈয়াছে যেমন।
ৰামনাম ভক্তি পন্থ আতি বিচক্ষণ ॥৫৩৫
গহন জগত সিটো নিবাস কৰয় ॥
পৰেক অন্তৰে জানা নিশ্বাস তেজয় ॥

পৰম গহন ভাগৱত সৰোবৰ।
মীনৰূপে সন্ত আতি প্ৰীতি ক্ৰীড়াকৰ ॥৫৩৬
শুনা সভাসদ পদ থিৰ কৰি মন।
হৰিবল্লভক হেন বুলিলা বচন ॥
প্ৰথমৰ দুখ আতি সুশান্ত কাৰণে।
পঞ্চবিধ ব্যঞ্জনক কৰিয়ো যতনে ॥৫৩৭
দিবাহা অম্বল আৰ দধি দুগ্ধ ঘৃত।
নকৰি বিলম্ব কৰা ভোজন সম্ভৃত ॥
আহাক লাগিয়া ভালে দিয়ো বাসা ঘৰ।
কৰিয়া যতন তেহোঁ দিলন্ত সত্বৰ ॥৫৩৮
আতপৰে সূৰ্য্য পাইলা অস্তগিৰি গই।
সেহিবেলা হৰিৰ কীৰ্ত্তন সম্বৰই ॥
বুলিলা আতাক গুৰু যায়োক বাসায়।
আসিবা আমাৰ পাশে ভোজন আতাই ॥৫৩৯
নকৰি বিলম্ব শীঘ্ৰে যায়োক চলিয়া।
বসিবোহো তুমি সঙ্গে প্ৰসঙ্গ কৰিয়া ॥
গুৰুৰ আদেশে আতা নথাকিলা ৰই।
স্নানিয়া বাসায়ে গৈয়া ভোজন কৰয় ॥৫৪০
পঞ্চবিধ ব্যঞ্জনক গুৰু আজ্ঞা জানি।
এৰৈকক ব্যঞ্জন কৰিলন্ত পাঞ্চথানি ॥
আতি দ্ৰুতে ভোজন কৰিয়া আসিলন্ত।
প্ৰণামিয়া গুৰুৰ পাশত বসিলন্ত ॥৫৪১

দেখিয়া পুচিলা শুক ভোজনৰ কথা ।
শুকৰ আগত সৱে কহিলা ব্যৱস্থা ॥
শুনি শুক সাধু সাধু বোলে বাৰে বাৰ ।
হৰি বাজিবেকে স্পৃহা নাহিকয় আৰ ॥৫৪২
ইন্দ্ৰিয়ৰ ভোগে কিছু নাহিকয় স্পৃহা ।
হৰি ভক্তি ৰাম নামে অতিশয় স্পৃহা ॥
এতেক বুলিয়া শুক প্ৰেম সম্পজিল ।
আতাক ভকতি ধৰ্ম্ম সুখ প্ৰকাশিল ॥৫৪৩
এহিমতে চাৰি দিবা ৰাত্ৰি আলাপন্ত ।
পৰীক্ষিত আগে শুকে যিমত কহন্ত ॥
গুৰু ভৈলা শুক আতা পৰীক্ষিত প্ৰায় ।
কৃষ্ণ নাম গুণ ৰসে আনন্দ বঢ়াই ॥৫৪৪
সেহিমতে শুক ধৰ্ম্ম আতাক দেখাই ।
আউৰ ভাণ্ড হন্তে আউৰ ভাণ্ডক ভৰাই ॥
কহিছা সমস্তে ধৰ্ম্ম ভক্তি নিৰন্তৰ ।
চাৰি ঘোষা গীতে আৰু আলাপ বিস্তৰ ॥৫৪৫
লশ্লোক বিচাৰি সন্ত পৰম যতনে ।
শান্ত্ৰাযে কৰিয়া ভক্তি গুৰুৰ চৰণে ॥
আন যত সবে মিছা সেহি মাত্ৰ সাৰ ।
নাপাইবাহাঁ ভালে জানা ইবাৰেসে বাৰ ॥৫৪৬
ইন্দ্ৰিয়ৰ কৰ্ম্মে ব্যগ্ৰ নকৰিবা মন ।
ইহ পৰলোকে সিটো অক্ষয় ভোজন ॥

জানিয়া পিয়োক সন্ত ভকতৰ কাছে।
ৰাম নাম ভক্তিৰ ভাণ্ডাৰ মেলি আছে ॥৫৪৭
সন্তভক্ত সঙ্গ বিনে পাইবাৰে নাই।
কলিযুগে নৰতনু হাততে হৰাই ॥
শুনা সভাসদ গুৰু আতাৰ যুগল।
বৈকুণ্ঠ থানৰ ভক্তি ধৰ্ম্মৰ উজ্জ্বল ॥৫৪৮
গুৰু আতা যুগল আৰু সঙ্গ যে সন্তৰ।
শুনিলে পুনৰাগতি নাহি সংসাৰৰ ॥
জানিয়া ইহাৰ মহা মহিমা অদ্ভুত।
শুনিয়োক সন্ত সাধু কথাৰ প্ৰস্তুত ॥৫৪৯
চাৰিদিন চাৰিৰাত্ৰি যোগবলে আতি।
আতাত সমস্তে গুৰু কহন্ত প্ৰকৃতি ॥
পৰম ৰহস্য ইটো আতাত কহন্ত।
জয় ৰাম হৰি বোলা শুনা সৱে সন্ত ॥৫৫০

---

এতেক কহন্ত গুৰু স্মৰি বহে নেত্রনীৰ সৰসৰি
প্রেমে পুলকিত আকুল আতি হৃদয়।
বেদৰ গুপুত আতিশয় ৰাম ৰাম ৰাম ৰাম ৰাম
প্রকাশিলা কৃষ্ণ নাম যশৰসচয় ॥৫৫৩
শ্রীমন্ত শঙ্কৰ গুৰু নিজ জানিবা তাহান ব্রহ্মবীজ
বেকত কৰিয়া থৈলা ৰাম নাম ধৰ্ম্ম।
তাহান কৰুণা জানিবেক আমাত ধৰ্ম্মক থাপিলেক
স্থাপিলোহো ধৰ্ম্ম তোমাত কৰিয়া মৰ্ম্ম।
হৰিভক্তি ৰাজপন্থ পাই গুৰু পদচান্দ্রে চলি যাই
লভিবা অৱশ্যে পূর্ণানন্দ নিৰঞ্জন।
আনো নানা ধৰ্ম্ম সূক্ষ্মগতি দেখাইলা আতাত শুদ্ধমতি
বঞ্চিলা ৰজনী ৰহস্য হেন ৰচন ॥৫৫৪

---

## পদ

শুনিয়োক সাধুসব্ব পৰম মহন্ত।
পৰম অমূল্য ধৰ্ম্ম আতাত কহন্ত ॥
পুছিলা তোমাৰ কোন সিদেশে আছয়।
আতা বোলে আমাসাৰ কেহোঁ নাহিকয় ॥৫৫৫
শ্রীমহাপুৰুষ গুৰু প্রেমে পুলকিয়া।
একদিনা আতাক যে বোলন্ত চাহিয়া ॥
জানা আমুকাই কহোঁ শুনা দিয়া মতি।
যাইবাক লাগয় তব্ব উজানক প্রতি ॥৫৫৬

গুৰু নিগদতি মহামতি ৰাম ৰাম ৰাম ৰাম ৰাম
কিনো কৃপা মোক কৰিলা গুৰু শঙ্কৰ।
তাহান প্ৰসাদে পাইলো আমি ৰাম ৰাম ৰাম ৰাম ৰাম
কহোঁ আমুকাই জানা তুমি সাৰোত্তৰ ॥
বৈকুণ্ঠৰ যিটো মহাধৰ্ম্ম দেখাইলা গুৰুৱে কৰি কৰ্ম্ম
গীতা ভাগৱত সহস্ৰ নাম উপাম।
একযে শৰণ গীতা গ্ৰন্থে ৰাম ৰাম ৰাম ৰাম ৰাম
কহে ভাগৱতে সাধু সঙ্গ অনুপাম ॥৫৫১
সহস্ৰ নামতে ৰাম নাম ৰাম ৰাম ৰাম ৰাম ৰাম
কলি যুগে গতি নাহি নাহি নাহি আন।
কহন্ত ইতিনি গ্ৰন্থখানি ৰাম ৰাম ৰাম ৰাম ৰাম
দেখাৱন্ত কৃষ্ণদেৱেসে ইন্দ্ৰ প্ৰধান ॥
সাধুসঙ্গে জানা এহি বাণী লৈয়োক ইহাক সাৰ জানি
লৈয়ো ৰাম নাম চিন্তিয়ো কৃষ্ণ চৰণ।
শঙ্কৰ গুৰুৱে কহিছন্ত কৃষ্ণেসে উত্তম ভগৱন্ত
কহিলো তোমাত ৰহস্য ইটো বচন ॥৫৫২
কৃষ্ণত বিনাই নাই নাই ৰাম ৰাম ৰাম ৰাম ৰাম
ভকত জনৰ হৃদয় ধন ৰঞ্জন।
কৃষ্ণ ইষ্টদেৱ পিতা মাতা তান্ত বিনে আন নাহি ভ্ৰাতা
ৰাম কৃষ্ণ হৰি বুলিয়োক সৰ্ব্বক্ষণ ॥

গুৰুৰ শুনিয়া হেন বচন প্ৰচুৰ।
গুৰুক প্ৰণামি আতা বোলন্ত মধুৰ ॥
যাইবাক প্ৰতি যেবে নাহি আমি আসি।
তথু পাৰ সদা আমি থাকিবো উপাসি ॥৫৫৭
শুনি গুৰু বুলিলন্ত কৰা অৱহিত।
কেনমতে প্ৰৱৰ্ত্তিবা বেহাৰ মাটিত ॥
অষ্টপোণ কড়ি লাগে উত্তম স্বৰূপে।
লাগয় চতুৰ পোণ প্ৰকৃত স্বৰূপে ॥৫৫৮
এহিমতে লোক আত জানা প্ৰবৰ্ত্তয়।
আতা বোলে বাপ কিছু সঙ্গে আসিছয় ॥
কি আছে বুলিয়া গুৰু আতাত পুছিলা।
ওঠৰ সেৰ জালুকৰ আতা কথা কৈলা ॥৫৫৯
থই আসিছোহো তাক ৰঙা মাটি চাই।
শুনি গুৰু বুলিলন্ত জানা আমুকাই ॥
ওঠৰ সেৰত টকা ওঠৰ যে পাইবা।
সেহিসে টকাৰে কেইদিন প্ৰৱৰ্ত্তিবা ॥৫৬০
সেহি দ্ৰব্য আছে জানা তোমাৰ পাণিত।
শুনা আমুকাই আৰু কথা অলক্ষিত ॥
ৰঘুৰ লক্ষ্মীৰ থমাথমি লাগে যেবে।
নসৰকে পানী লোকজন জানা তেবে ॥৫৬১
তাক কি প্ৰকাৰে সাৰি আসিবা ইঠাই।
জানা আমুকাই কহোঁ আৰ অভিপ্ৰায় ॥

শ্রীশঙ্কৰ গুৰুদেৱে আমাক পাঠাইলা।
সথিয়ে কহিয়া নিবৰ্ত্তিয়া যে ৰাখিলা ॥৫৬২
আমাসাৰ গাৱৰ বদল লৈয়া ভাগে।
উজানে তোমাৰ জানা যাইবাক লাগে ॥
শুনিয়া গুৰুৰ বাক্য বুলিলন্ত বাণী।
হে গুৰু বাপ সুবুলিয়ো এহিথানি ॥৫৬৩
সিসৱ ৰাজ্যক যাইতে নাহিকে উচিত।
তোমোৰাৰ পাৱে যেন থাকবোহো নিত ॥
উজানে নযাইবে প্রতি কৰো নিবেদন।
শুনি গুৰু পুনু হেন বুলিলা বচন ॥৫৬৪
হুইতো যাইবাক প্রতি নাহি আসি তুমি।
গুৰুৰ বচন শিৰে পাই আছো আমি ॥
আছে গুৰুবাক্য শিৰে জানা মহাভাগে।
আমাৰ গাৰ বদলেসে যাইবাক লাগে ॥৫৬৫
জানা আমুকাই আমাৰ যে লাগ পাই।
সিদেশে অনেক লোকসৱ আছে যাই ॥
আপোন কাৰণে সৱে হুয়া মহা সুখী।
নকহে আমাক ডৰে আপোনাৰ কুথি ॥৫৬৬
তুমি যে আমাৰ কথা কহিবা অৱশ্যে।
তোমাত কহিলো সাৰ জানিবা ৰহস্যে ॥
তোমাতেসে হন্তে যে আমাক জানিবন্ত।
কত কোটি জীৱ জানা বাচক হৈবন্ত ॥৫৬৭

হুইবন্ত ধৌত আতি মুকুত নিপুণ।
তৰিব সংসাৰ সুখে হুইয়া নিৰ্গুণ॥
গুৰুক প্ৰণামি আতা বোলন্ত প্ৰাৰ্থনা।
নিশ্চয় নযাইবো বাপ তযু পাশ বিনা॥৫৬৮
এতেক কৰোহোঁ বাপ তোমাত গোচৰ।
থাকিবোহো যেন তযু চৰণ ওচৰ॥
শুনা সভাসদ ইটো কথা বিচক্ষণ।
গুৰুৰ পাশত ৰহে ভক্ত বহুজন॥৫৬৯
শ্ৰীৰাম আতা আৰু বিষ্ণু আতা বিচক্ষণ।
আতাক সম্বোধি হেন বুলিলা বচন॥
বোলোহো বচন আমি শুনা বাপুঘৰ।
গুৰুৰ বচন জানা আতি শ্ৰেষ্ঠতৰ॥৫৭০
তুইবাৰ গুৰুবাক্য থৰছি আছাহাঁ।
এইবাৰ গুৰুবাক্য শিৰত ধৰাহাঁ॥
শুনিয়া গুৰুক আতা বুলিলন্ত বাক।
লাগয় সংশয় বাপ সিৰাজ্যে যাইবাক॥৫৭১
বুজিতে প্ৰৱন্ধ বাপ অসম বিসম।
গুৰু বোলে অসম যে হুইবে জানা সম॥
কহিলো তোমাত কথা নকৰা সংশয়।
কংসাল গোমৰ বিষ মৰিব নিশ্চয়॥৫৭২
এহিমতে কহি ৰহিছন্ত গুৰুজন।
আত অনন্তৰে কথা শুনা পৰদিন॥

বৈশাখ যে মাস শুক্লা একাদশী দিন।
প্ৰাতস সন্ধ্যাৰ কৰ্ম্ম কৰি তেতিক্ষণ ॥৫৭৩
হৰিৰ মন্দিৰে জ্বলে শাস্ত অনুপাম।
চৌভিতি ভকতে বেঢ়ি লয়ে ৰাম নাম ॥
একশত বিংশতি ভকত মহা সন্ত।
সবাকে জিনিয়া গুৰুদেৱ প্ৰকাশন্ত ॥৫৭৪
পৰম গাম্ভীৰ্য্য ধৈৰ্য্য বীৰ্য্য গুণধাম।
চক্ৰাকৃত মাথা মুখ পদ্ম অভিৰাম ॥
শ্যাম কলেৱৰ চাৰু দশন সুন্দৰ।
ইষত হসিত দুই জ্বলন্ত অধৰ ॥৫৭৫
বহল হৃদয় ভুজ মৃণাল সদৃশ।
সিংহবক্ষ কন্ধ কণ্ঠ চিবুক সুবেশ ॥
সৰ্ব্বাঙ্গ সুন্দৰ আতি প্ৰকাশ কৰয়।
চৰণ যুগল নৱ পদ্মৰ অন্বয় ॥৫৭৬
পীতবস্ত্ৰে কটিতটে প্ৰকাশ কৰয়।
গুৰুৰ ৰূপক দেখি সৱে মোহ হয় ॥
গলে বনমালা লৈয়া লন্ত ৰাম নাম।
হুয়া পৰমব্ৰহ্মৰূপ কৰন্ত ধিয়ান ॥৫৭৭
চৌভিতি ভকতে বেঢ়ি ৰামনাম লয়ে।
পৰম আনন্দ চিত্ত কীৰ্ত্তন উৎসৱে ॥
প্ৰকাশন্ত আতা গুৰুদেৱৰ পাশত।
ব্ৰহ্মানন্দ সুখ পায়া আছন্ত চিত্তত ॥৫৭৮

প্ৰসঙ্গৰ অন্তে ভক্তে নাম ৰাখিছন্ত।
যেন সৰোবৰে হংসে ৰান্ন তেজিলন্ত ॥
চৌপাশে উপাসে মহা সন্ত ভক্তগণ।
সেহিবেলা গুৰুজনে বুলিলা বচন ॥৫৭৯
শুনা সভাসদ পদ হুয়া একমতি।
আতাত কহন্ত গুৰুদেৱ নিগদতি ॥
জানা আমুকাই কহোঁ তত্ত্ব বিদ্যমান।
শেষকালে আমি শাস্ত্ৰ কৰিছো নিৰ্ম্মাণ ॥৫৮০
সেহি শাস্ত্ৰখানি আমি দিলো তিনিবাৰ।
সিসৱ ৰাজ্যক নগৈলেক একবাৰ ॥
একবাৰ দিলো জানা জলত বুৰিল।
দ্বিতীয় বাৰত গৃহ পোৰাত পুৰিল ॥৫৮১
তৃতীয় বাৰত জানা পাইল ডকাইটে।
ইবাৰ যাইব শাস্ত্ৰ তোমাৰেসে হাতে ॥
সেহিসে শাস্ত্ৰৰ কথা শুনা মহামানী।
সকলে শাস্ত্ৰৰ এই শাস্ত্ৰ আত্মোচনি ॥৫৮২
এই নামমালিকা শাস্ত্ৰক আমি কৰি।
সম্বৰিলো কাপ মহী সেহিদিন ধৰি ॥
তোমাসাত হস্তে শাস্ত্ৰ হৈবন্ত প্ৰচাৰ।
কহিলোঁহো ইটো কথা জানা সাৰেসাৰ ॥৫৮৩
সেৱকৰ আত্মোচনি জানা তুমি সত্য।
শাস্ত্ৰ সেৱকৰ এহিমানে জানা অন্ত ॥

হেনয় বচন গুৰু আনন্দে কহিয়া।
হৰিবল্লভক বাক্য বোলন্ত চাহিয়া ॥৫৮৪
শুনা হৰিবল্লভ আনিয়ো শাস্ত্ৰখানি।
আনিলন্ত শীঘ্ৰে তাৰা শুনি গুৰু বাণী ॥
পুনু গুৰু আতাক বুলিলা হেন বাণী।
জানা অমুকাই ধৰিয়োক শাস্ত্ৰখানি ॥৫৮৫
এহি বুলি স্বহস্তে দিলন্ত গুৰুজনে।
লৈলন্ত সাদৰে আতা সাৱধান মনে ॥
আতাক স্নেহত গুৰু নধৰন্ত হিয়া।
বুলিলা বচন হেন আতাক চাহিয়া ॥৫৮৬
সেৱক সৱৰ অন্ত পাইলো তুমলীয়া।
পাইলোহো তোমাক শুদ্ধ পুত্ৰ শেলতীয়া ॥
জানিবা সেৱক তোমাতেসে ভৈল সীমা।
শ্ৰীনাম মালিকা শাস্ত্ৰে নামৰ মহিমা ॥৫৮৭
শেষ কালে এহি শাস্ত্ৰ আছোহো ৰচিয়া।
তুমি শেষ কালে ভালে আছাহাঁ ৰাখিয়া ॥
কলিত ধৰ্ম্মৰ হৈবে এহি মানে অন্ত।
সৱাতে ৰহস্য আতি এহিসে হৈবন্ত ॥৫৮৮
নামৰ মালিকা শাস্ত্ৰে এৰিলোহোঁ কাপ।
জানিবাহাঁ তোমাতে ধৰ্ম্মৰ থৈলো থাপ ॥
সম্বোধি বুলিলা গুৰু বচন ৰুচিৰ।
দিলোহোঁ তোমাক শাস্ত্ৰ কৰিলোহো থিৰ ॥৫৮৯

এহিখানি শাস্ত্ৰ জানা বিষ্ণুক দিবাহা।
তোমাৰ আহ্নিক তেহে লেখি ৰাখিবাহা ॥
আৰু ৰামভদ্ৰ গাভৰুথাঁক দিবেক।
তোমাৰেসে আহ্নি তেহো লেখি ৰাখিবেক ॥৫৯০
লেখি লৈবে লাগি যদুমণিকো দিবাহা।
নিবেদন কৰি আতা বাক্য বুলিলাহা ॥
এই নিবেদন কৰো তয় চৰণত।
নিদিবা বিলন ৰাপ আমাক সিমত ॥৫৯১
আতাৰ শুনিয়া বাক্য বোলে গুৰুজন।
থাকো সমে পায়া যদি কৰিবা গমন ॥
আতপৰে কথা আৰে শুনা সবে সন্ত।
আতাক সম্বোধি গুৰু বচন বোলন্ত ॥৫৯২
জানা আমুকাই তুমি অৱধান কৰা।
এহি মালাখানি সাৱধান ৰূপে ধৰা ॥
শ্ৰীমন্তশঙ্কৰ গুৰু পৰম কৃপালু।
গুণৰ সাগৰ ভৱ ভঞ্জন দয়ালু ॥৫৯৩
কৰিলো ভকতি কিছু আমি তান পাৱে।
থাপিলা আমাত ধৰ্ম্ম আতি শুদ্ধ ভাৱে ॥
গুৰুৰ স্নেহৰ কথা কি কৈবে লাগয়।
পুত্ৰত কৰিয়া গুৰু মৰ্ম্মক কৰয় ॥৫৯৪
এহি মালা লৈয়া গুৰু জাপ্য কৰিছিলা।
সন্তোষক পায়া তাৰা আমাক যে দিলা ॥

এহিমালা আমাক দিলন্ত ধৰ্ম্ম থাপি।
আমি হৰি নাম লৈয়া আছোহোঁ অদ্যাপি ॥৫৯৫
আমাৰ গাৰুৰ বন্দলেসে অবিশ্ৰাম।
দিলোহোঁ তোমাক জানা লইবাৰ নাম।
স্নেহে শ্ৰীশঙ্কৰ গুৰু দি আছে আমাক।
গুৰু বাক্যে আমি হেৰা দিলোহোঁ তোমাক ॥৫৯৬
এহি বুলি গুৰু হাতে আতাক দিলন্ত।
সাৱধান মনে আতা সাদৰে লৈলন্ত ॥
বুলিলন্ত গুৰু আৰ বচন অমৃত।
এহি তাল লৈয়া নাম লৈলো প্ৰতিনিত ॥৫৯৭
হেনয় মঞ্জিৰা তাল দিলোহোঁ তোমাক।
দিলন্ত আপোনহাতে বুলি হেন বাক।
পৰম সাদৰে আতা লৈলা ৰঙ্গমনে।
নমিয়া গুৰুৰ দুই অভয় চৰণে ॥৫৯৮
পুথি তাল মালা গুৰু দিলা বিদ্যমান।
সৰ্ব্বশক্তি ভক্তি গুৰু দিলা ৰঙ্গমন ॥
বুলিলন্ত গুৰুজনে যতেক বচন।
বিস্ময়ে দেখন্ত সৱে সন্ত ভক্তগণ ॥৫৯৯
শুনা সভাসদ দেখা ভক্তৰ চৰিত্ৰ।
পৰম অমূল্য সুখ দেখিতে বিচিত্ৰ ॥
আতাক ধৰ্ম্মৰ গুৰু আচাৰ্য্য পাতিলা।
শঙ্কৰ মাধৱ হৰি সমস্তে ঘোষিলা ॥৬০০

জয়হৰি জয়ৰাম ঘোষে ঘনেঘন।
চাহান্ত আতাক সৱে গদগদ মন ॥
শুকদেৱ আগে আতা প্রকাশ কৰন্ত।
নীলপদ্ম পাশে শ্বেত পদ্মযে জ্বলন্ত ॥৬০১
সুবর্ণৰ মাজে যেন মাণিক জ্বলয়।
শুকৰ আগত আতা শোভে সেহি নয় ॥
হিমগিৰি পর্ব্বত অঞ্জন একঠাই।
কৃষ্ণ বলোৰাম যেন তেন প্রকাশয় ॥৬০২
দুইহানো অমৃত বাক্যে ধাৰাবহি যায়।
পেয়ে কণ্ঠভৰি সৱে সেহিসে সুধাই ॥
দুইজন সুখে আতি আনন্দৰ ভৰে।
বুলিলন্ত শুকদেৱে আত অনন্তৰে ॥৬০৩
জানা আমুকাই তুমি নকৰা সংশয়।
চাৰিখানি শাস্ত্র লগ দিলোহোঁ নিশ্চয় ॥
দশম কীর্ত্তন শুক শঙ্কৰ জানিবা।
ঘোষা ৰত্নাৱলী শাস্ত্র আমাক মানিবা ॥৬০৪
চাৰি শাস্ত্র সঙ্গ কৰি সুখে চলি যাইবা।
দিলোহোঁ সুগম লোক ভয় নকৰিবা ॥
আৰু আমুকাই কহোঁ শুনা অনুপাম।
জানা তৱ সঙ্গে পিতা পুত্র লগে যাম ॥৬০৫
স্বৰূপ বুলিলো ইটো বচন সুধীর্য্য।
সুম্পিলো তোমাত শক্তি ভক্তি বলবীর্য্য ॥

সমস্ত তোমাতে আমি কৈলো সমৰ্পনা।
গুৰু আতা সুখ সৰে একমনে শুনা ॥৬০৬
দেখিয়োক কেন গুৰুদেৱৰ যে ইচ্ছা।
শঙ্কৰ গুৰুয়ে ধৰ্ম্ম তাৰাত থাপিছা ॥
তাৰাও আতাত ধৰ্ম্ম স্থাপনা কাৰণে।
আতাক আপেক্ষি দেখা আছিলেক মনে ॥৬০৭
লভিয়া আতাক ভৈলা আনন্দ অশেষ।
হৰিভক্তি নামধৰ্ম্ম স্থাপিলা বিশেষ ॥
অভেদ ঈশ্বৰ গুৰু শঙ্কৰ মাধৱ।
ভকত সৱৰ জানা পৰম বান্ধৱ ॥৬০৮
বৈকুণ্ঠে চলিতে গুৰু মনে ইচ্ছা কৰি।
আতাত সমস্তে সূক্ষ্মধৰ্ম্ম থৈলা ভৰি ॥
মহাৰস ভাগে আতা ভৈলা পৰিপূৰ্ণ।
কমনে বৰ্ণাইবো আতা পুৰুষৰ গুণ ॥৬০৯
শান্তমূৰ্ত্তি চিদানন্দ ইন্দ্ৰিয় দমন।
হৰিগুণ নামত একান্ত আতি মন ॥
সদায়ে আত্মাত জানা মজিয়া থাকয়।
আকাশে পৱনে যেন ভিন্ন নাহিকয় ॥৬১০
এতেক জানিবা পৰমব্ৰহ্ম ৰূপধৰ।
চিন্তিয়ো তাহাঙ্ক সদা আতি শ্ৰেষ্ঠতৰ ॥
তাল মালা পুথি আদি সৰ্ব্বশক্তি পাই।
ধৰ্ম্মাচাৰ্য্য হুয়া আতি আনন্দ বঢ়াই ॥৬১১

গুৰুৰ অভয় পদে কৰিয়া প্ৰণাম।
কৰযুক্ত প্ৰাৰ্থনা হেন আতি অনুপাম ॥
পায়ে শিৰ থৈয়া নমি বোলে বাঞ্ছি কাম।
বাপ যেন ভকত বস্তুক আমি পাম ॥৬১২
পুখিবো কান্ধত কৰি জোলোঙা পৰিয়া।
পুলকিত তনু হেন বচন বুলিয়া ॥
ভকুৰ বাঞ্ছন ইটো সবাৰে দুৰ্লভ।
কৰিছা প্ৰাৰ্থনা হেন সবাৰে সুলভ ॥৬১৩
ভৈলা মহা তুষ্ট আতি সজ্জনৰ মতি।
আতাক সম্বোধি গুৰুদেৱ নিগদতি ॥
জানা আমুকাই যেন বাঞ্ছা কৰা মন।
সত্য সিদ্ধি হৈবে আমি বুলিলো বচন ॥৬১৪
আনন্দে আতাৰ নীৰ নেত্ৰৰ স্ৰৱিল।
গুৰুৰ অভয় দুই চৰণ ভিজিল ॥
গুৰুৰ জানিয়া প্ৰেম লোতক বহয়।
তিতিল আতাৰ পৃষ্ঠ মহাস্নেহময় ॥৬১৫
আশ্বাসিয়া আতাক বুলিলা গুৰুবাণী।
সোধো তোমোৰাত কথা শুনা মহামানী ॥
সদেশত তোমোৰাৰ বংশ কোন আছে।
কওঁ কিছু নাহি আতা বুলিলন্ত পাছে ॥৬১৬
একজন বউমাতৃ আছয় মাত্ৰকৰ।
সয়ে মায়াময় তযু চৰণত পৰ ॥

জানা আমুকাই ইটো বচন কৰিবা।
বাৰেকাদি ফিৰি তুমি আসিয়া যাইবা ॥৬১৭
আমাক সম্পূৰ্ণ জানা ভালে নাহি দেখি।
দেখিবাহা আসি যেবে মোৰ প্ৰাণ সখি ॥
মথুৰা দাসকো আৰু বিষ্ণুকো দেখিবা।
তেবেসে আমাক জানা সম্পূৰ্ণে লক্ষিবা ॥৬১৮
জানা আমুকাই আৰু দেশৰ ব্যৱস্থা।
সোণকোঁহ পৰা কৰতিয়া গঙ্গা যথা ॥
এই দুই সীমা কৰি জানিবা আমাৰ।
সোণকোঁহ হন্তে বড় নদীৰ বিচাৰ ॥৬১৯
এহিখানি দেশ জানা মথুৰা দাসৰ।
বৰ নদীহন্তে ব্ৰহ্মকুণ্ডৰ গোচৰ ॥
দিলোহোঁ তোমাক আমি কহিলো সকলে।
কৰিবা প্ৰচাৰ ধৰ্ম্ম গাৱৰ বদলে ॥৬২০
এতেক কহিয়া গুৰু চিন্তিয়া তখন।
হৰি বল্লভক হেন বুলিলা বচন ॥
শুনা হৰিবল্লভ সন্দেস আনি দিয়া।
আমুকাক লাগি তিনি আঞ্জলি ভৰিয়া ॥৬২১
দিয়োক ভক্তক এক আঞ্জলি আঞ্জলি।
আমুকাক লাগি দিয়ো ত্ৰিতয় আঞ্জলি ॥
ভক্তক লাগিয়া দিয়ো এক এক কল।
আতাক দিয়াইলা গুৰু ত্ৰিতয়ে কল ॥৬২২

জানা আমুকাই আজি একাদশী ব্রত ।
লভিবা পৰম সুখ যাহান্তে পৰত ॥
তিনিপৰ বেলা যেবে অতীত হৈবন্ত ।
প্রহৰ থাকন্তে শৈৰভাৰ পাইবন্ত ॥৬২৩
সেহি স্থানে বৈবা চিন্তি হৰিৰ চৰণ ।
এহি সন্দেসক তৈতে কৰিবা ভোজন ॥
হেন আজ্ঞা দিয়া গুৰু পতিতপাৱন ।
সম্বোধি বোলন্ত শুনা বিষ্ণুৰ নন্দন ॥৬২৪
এহি সঙ্গে যত্নমণি চলা ৰঙ্গ মনে ।
চাপক চলায়া পাই আছা কিছু ধনে ॥
বিষ্ণুত কহিবা তুমি এতেক বচন ।
লেখিয়া ৰাখিব ইটো শাস্ত্র বিচক্ষণ ॥৬২৫
তাসম্বাৰ স্থানে আমুকাই মিলিবেক ।
ঠৈচৰ টাকনি ভালে গুচায়া দিবেক ॥
গুৰুৰ বচন তাৰা ধৰিল শিৰত ।
ভৈল সাজ চলিবাক আতাৰ সঙ্গত ॥৬২৬
সাজিলন্ত জগন্নাথ চৰণ সম্প্রতি ।
আতাৰ সঙ্গত ভক্তসৱ শুদ্ধমতি ॥
আনন্দে আতাক গুৰু বিদায় দিলন্ত ।
গুৰু পায়ে আতা ৰাৰম্বাৰে নমিলন্ত ॥৬২৭
ধৰি কৃতাঞ্জলি পাছ ভৰি লড়িলন্ত ।
আসনৰ উঠি গুৰু আগ বাঢ়িলন্ত ॥

শ্রীবাম আতা বিষ্ণু আতা আসিলন্ত।
গুৰুজন সমে ভক্ত সমস্তে চলন্ত ॥৬২৮
গুৰুৰ আকুল-মন সৱাৰে আকুল।
জলে যেন পল্লৱ উভৰি বৃক্ষমূল ॥
সূৰ্য্যৰ বিয়োগে যেন ফটে পদ্মফুল।
আতাৰ বিয়োগে জানা সিমতে আকুল ॥৬২৯
হেনমতে অসন্তোষে আগক বঢ়াই।
স্নেহাদৰে দেন্ত গুৰু আতাক পঠাই ॥
যান্ত পাছ ভৰি আতা গুৰুক নিৰেখি।
দৃষ্টি অগোচৰ গুৰু আছন্ত উপেখি ॥৬৩০
গুৰুৰ আতাৰ ভৈল দৃষ্টি অগোচৰ।
শুনিয়োক কথা আৰে আত অনন্তৰ ॥
শ্রীভক্তি সংগ্রহ কথা আতি অনুপাম।
পৰম পদক পায় শুনিতে উত্তম ॥৬৩১
গুৰুৰ আদেশ আতা শিৰত ধৰিয়া।
উজান দেশক যান্ত গুৰুক স্মৰিয়া ॥
এহিমতে আতা যেবে উজানে চলন্ত।
যি কৰিলা গুৰু তাক শুনা সৱে সন্ত ॥৬৩২
নিবৰ্ত্তিয়া গুৰু নিজ আসনে বসিলা।
চৌভিতি ভকত সৱে উপাসি ৰহিলা ॥
ৰামবনে যান্ত শোকে যেন দশৰথ।
এহি মতে গুৰুৰ মনত নাহি স্বস্থ ॥৬৩৩

কথায়ে বহিয়া যান্ত স্থিৰ নাহি কায় ।
গুৰুৰ পাশক হাণ্ঠি যান্ত ভূমি পায় ॥
দেখে গুৰু ভকত আচন্ত মালা জাপ্যে ।
বসিলন্ত বিষ্ণু আতা পৰম সন্তাপে ॥৬৩৪
দুনয়নে আতাৰ ধাৰায়ে বহে নীৰ ।
প্ৰণামিলা গুৰুৰ পায়ত থৈয়া শিৰ ॥
পুছিলন্ত গুৰুজনে মধুৰ বচনে ।
কহিয়োক তুমি খেদ কৰা কি কাৰণে ॥৬৩৫
শুনি তাৰা বোলে বাপ খেদ কিয় ভৈল ।
উজানৰ বাপুঘৰ একেশ্বৰে গৈল ॥
তাহাঙ্ক লাগিয়া বাপ চাউলে মুজুৰিল ।
তৱ পাশে শিখি বুজি ৰহিতে নপাইল ॥৬৩৬
সমস্তকে আস্তে চাউলে তযু অনুগ্ৰহে ।
তাৰাৰ বিয়োগে বাপ পৰাণ নৰহে ॥
গুৰু বোলে আত্মা বিনে নাহিকে সহায় ।
নলাগে সহায় তাৰা সিংহৰ চৱাই ॥৬৩৭
তাৰাক লাগিয়া তুমি চিন্তা নকৰিবা ।
কহওঁ দৃষ্টান্ত এক তাহাক শুনিবা ॥
গৰ্ভিণী সিংহেক জানা পৰ্ব্বতে আছিলা ।
আৰু পৰ্ব্বতক লাগি আক্ৰান্ত কৰিলা ॥৬৩৮
তাহান গতিত জানা গৰ্ভযে স্ৰৱিল ।
স্ৰৱিয়া সিংহৰ চাৱা ভূমিত পৰিল ॥

তেজিলেক শিশুগুটি অটব্যে অনাথ।
তাৰ ঘ্ৰাণ পায়া পশু পলাই অসংখ্যাত ॥৬৩৯
গণ্ড মহিষ ব্যাঘ্ৰ হস্তী অপৰ্য্যান্ত।
ভয়হুয়া দূৰতো সভৰে পলাই যান্ত ॥
সিংহৰ শিশুৰ হেন মহিমা অদ্ভুত।
কহিবোহোঁ জানা বিষ্ণু কথাৰ প্ৰস্তুত ॥৬৪০
তাসম্বাৰ চাউল তিনি বাজ্যে পাইবন্ত।
তাহান জগত জপ আমিয়ো হৈবন্ত ॥
দশম কীৰ্ত্তন ঘোষা আক বত্নাৱলী।
তাহান সঙ্গত পিতা পুত্ৰে গৈলো চলি ॥৬৪১
জানা বিষ্ণু আমাক যে আছানেকি দেখি।
শুনি তাৰা বোলন্ত শৰীৰ বাপ দেখি ॥
শুনিয়োক বিষ্ণু আমি কহিলো নিশ্চয়।
ছো মাত্ৰ আছো আমি জানা মহাশয় ॥৬৪২
এহিবুলি গুৰু পাছে মৌন হুয়া বৈলা।
আতপৰে শুনা আক যেন কথা ভৈলা ॥
ভক্তৰ আনন্দ বঢ়াই হৰিৰ কীৰ্ত্তনে।
আছন্ত মাধৱ গুৰু মধুপুৰ স্থানে ॥৬৪৩
গুৰুৰ চৰিত্ৰ মহা মহিমা অনন্ত।
সমস্তে কহিয়া কোনে কৰিবেক অন্ত ॥
বঢ়া টুটা দোষ যত হোৱে অপৰ্য্যান্ত।
কৃতাঞ্জলি বোলো দোষ ক্ষমিয়ো মহন্ত ॥৬৪৪

গুৰুৰ চৰিত্ৰ কথা অমৃত সমান।
শুনিয়োক সন্ত সাধু হুয়া সাৱধান ॥
কহন্তে শুনন্তে জানা হৱয় ভকতি।
মৰিলে অৱশ্যে জানা লভিবা মুকুতি ॥৬৪৫
ধৰ্ম্মৰ আচাৰ্য্য হৰি হুয়া অৱতাৰ।
হৰি ভক্তি ৰাজমাৰ্গ কৰিলা প্ৰচাৰ ॥
শঙ্কৰ মাধৱ গুৰু হেন কৃপাময়।
হৰিগুণ নামধৰ্ম্ম কৰিয়া আশ্ৰয় ॥৬৪৬
হৰিভক্তি নামধৰ্ম্ম প্ৰচাৰ কৰিলা।
হেনয় সুগম পথ পূৰ্ব্বত নাছিলা ॥
জানিয়া যতনে লোৱা হৰিগুণ নাম।
শঙ্কৰ মাধৱ হৰি বোলা ৰাম ৰাম ॥৬৪৭

---

## দুলড়ী

ধৰ্ম্মৰ আচাৰ্য্য হৰিভক্তি বীৰ্য্য
লভিয়া মন সন্তোষে।
গুৰুৰ আদেশে গতি লয়লাসে
চলন্ত উজান দেশে ॥
সঙ্গত ভাগিন মাধৱ চৰণ
লোগুটি দামোদৰ।
ৰামভদ্ৰ তেনি যান্ত যদুমণি
আনন্দ আতি সৱাৰ ॥৬৪৮

বিষ্ণু আতা স্মৃত লগত চলন্ত
আতাসঙ্গে কথা মাত।
গুৰুৰ চৰিত্ৰ শুনন্তে বিচিত্ৰ
সাক্ষাতে যেন অমৃত ॥
এমতে চলন্তে মধুপুৰ হন্তে
বেলা গৈল ভটিয়াই।
পৰম গহন জল বিতোপন
হুদক সিবেলা পাই ॥৬৪৯
বস্ত্ৰ প্ৰক্ষালন কৰি একজন
আছন্ত বুঢ়া সাক্ষাত।
দেখিয়া ভকতে পুছিলা তাহাতে
কৈয়ো আৰ নাম আমাত ॥
বোলে বুঢ়া আৰ সইৰ ডোৱাৰ
নাম কহে সৰ্ব্বজন
বুঢ়াৰ বচন শুনিয়া তেখন
গোসাঁই বোলন্ত হেন ॥৬৫০
শুনিয়ো ভাগিন কহিয়ো এখন
স্নান কৰিবাক লাগে।
এহিবুলি ঠাই সুন্দৰ কৰাই
স্নানিলন্ত মহাভাগে ॥
একাদশী ব্ৰতে আছে শুদ্ধচিত্তে
গুৰুৰ বাক্য ধৰিয়া।

সমস্তকে দিয়া সন্দেস ভৰিয়া
পৃথকে বস্ত্র বেষ্টিয়া ॥৬৫১
তিনিপৰ বেলা বহিয়া যে গৈল
গুৰুবাক্য বৈতে লাগে।
আছি এক কণ প্ৰভাত ভৈলেক
ভোজন সন্দেস ভাগে ॥
চাৰিদণ্ডমান বেলা অপ্ৰমাণ
হাস্তিতে আৰ নভৈল।
সজ্জনৰ ঘৰে ৰহিলা নিবাসে
ৰজনী বহিয়া গৈল ॥৬৫২
প্ৰভাতে উঠিয়া স্নান শুচি হয়া
তৈৰপৰা চলিলন্ত।
ৰঙামাটি পাই আপোন নৌকাই
আসি তৈতে উঠিলন্ত ॥
সম্বোধি গোসাঁই বুলিলন্ত চাই
বিষ্ণু আতা সুত আগে।
শাস্ত্ৰক যে লৈয়া সত্তৰে চলিয়া
যায়ো তুমি মহাভাগে ॥৬৫৩
দিয়া গৈয়া তয় শাস্ত্র আতিশয়
লেখায়ো আমাত আগে।
আমি যে নৌকাই চলিবোহোঁ যাই
যায়ো যদুমণি আগে ॥

এতেক বুলিয়া শাস্ত্ৰক দেখায়া
তাৰাৰ হাতে দিলন্ত।
তাৰা ৰঙ্গমনে লৈয়া ততিক্ষণে
সাদৰে চলি গেলন্ত ॥৬৫৪
পুত্ৰক সাদৰি শাস্ত্ৰক আদৰি
লেখিতে শাস্ত্ৰ দিলন্ত।
বিষ্ণু আতা আগে গুৰুৰ আজ্ঞাক
যত্নমণি কাহলন্ত ॥
শুনা এক কথা যি কৰিলা আতা
শাস্ত্ৰক দিয়া পঠাই।
ৰঙামাটি হন্তে নৌকাই চলন্ত
কাঠনিৰ ঘাট পাই ॥৬৫৫
নৌকাক ৰখাই বিষ্ণু আতা ঠাই
ভকতক পঠাইলন্ত।
আগে উপসন দেখি ৰঙ্গমন
বিষ্ণু আতা জানিলন্ত ॥
ভক্ত সমন্বিতে চলিলা তৰিতে
গজেন্দ্ৰ গতি জিনন্ত।
কিনো অদভূত পৰম মহন্ত
বিষ্ণু যে আতা গুণন্ত ॥৬৫৬
পৰম সুন্দৰ ৰূপ মনোহৰ
বিষ্ণু আতা আছে চাই।

সাদৰে উঠিয়া আসনে বৈসায়া
আতি পুলকিত কায় ॥
বুলি মৃদু বাক গুৰুৰ বাৰ্ত্তাক
বিষ্ণু আতা পুছিলন্ত ।
আতা সেহিক্ষণে হুয়া সাৱধান
গুৰুৰ বাৰ্ত্তা কহন্ত ॥৬৫৭
দুয়োজন আতা হুয়া আনন্দিত
পুছিলন্ত সুখ দুঃখ ।
কথা ৰসে ৰহি আছিলন্ত ৰহি
দুহানো চাহান্ত মুখ ॥
আত অনন্তৰে ৰাখিলাহা ঘৰে
ভোজন সম্ভাৰ দিয়া ।
সাতদিন সাত ৰাত্ৰি ৰখিলন্ত
পৰম ধৰ্ম্ম কহিয়া ॥৬৫৮
বিষ্ণু আতা সন্ত তৃতীয় দৃষ্টান্ত
আতাৰ আগে কহন্ত ।
শুনা সৱে তাক বিষ্ণু আতা বাক
কহিল এক দৃষ্টান্ত ॥
জানিবাহা এক ৰাজ্য আছিলেক
সাৰ্ব্বভৌম মহামতি ।
ইদেশৰ প্ৰতি সি দেশক গতি
কৰিলন্ত নৰপতি ॥৬৫৯

তাহান সঙ্গত তেলি মালি যত
চলে কুম্ভকাৰ তাঁতী।
ৰজক কমাৰ শিল্পী চমাৰ
চলিল অনেক জাতি ॥
গায়ন—বায়ন নট ভাটগণ
ব্ৰাহ্মণসব চলন্ত।
ৰাজাৰ লগত নানাবিধ যত
গৈলা লোক অপৰ্য্যন্ত ॥৬৬০
এতেক জানিছো হৰিকথা শুনিছো
গুৰুৰ মুখৰ বাণী।
পিতা পুত্ৰে লগে যাইবো তযু সঙ্গে
বুলিলা গুৰু আপুনি ॥
ভৈল গুৰু সঙ্গ আৰ কিবা ৰঙ্গ
সাধিতে আৰ নৰৈল।
জানা গুৰু গৈলে চলিল সকলে
আৰ কেহো নৰহিল ॥৬৬১
আমি আশা ধৰি আছো ধৰ্ম্ম কৰি
দিবন্ত গুৰু আমাক।
মথুৰা দাসৰ বাঞ্চাছিল যৰ
তেহো যেন পাইলেক ॥
ঠাকুৰদেৱৰ সিমন্তে মনৰ
আছিলেক মান স্বাদ।

সমস্তে ৰহিল কেহোঁ নপাইলে
লভিলা স্নেহ প্রসাদ ॥৬৬২
জান আৰু এক জন আছিলেক
মৎস্যক লভিবে মনে।
জল নাহিকন্ত খলক দিলন্ত
কৰিয়া নানা যতনে ॥
জল আসি ভৈল মৎস্য আসি ভৈল
ইজনে আসি দেখিলা।
জলক সিঞ্চিলা মৎস্য লই গৈলা
গৃহস্থে একো নপাইলা ॥৬৬৩
সেহিমতে তুমি লভিয়া আপুনি
শক্তি ভক্তি বল বীৰ্য্য।
ধৰ্ম্মৰ আচাৰ্য্য হুয়া পাইলা ৰাজ্য
ভৈলাহা তুমি গাম্ভীৰ্য্য ॥
হু দুই দৃষ্টান্ত ভৈল জানা অন্ত
কহওঁ দৃষ্টান্ত আৰু।
সাউদ ৰাজসুত আছয় বহুত
কনিষ্ঠ গুটি সুচাৰু ॥৬৬৪
তাহাক লাগিয়া সৰাতে কৰিয়া
মাতৃৰ স্নেহ পৰম।
তাহান গৃহত দ্রব্য আছে যত
দিলন্ত আপি উত্তম ॥

কাহাকো নিন্দিয়া তাহাঙ্ক লাগিয়া
সদা থৰে সাঁচি সাঁচি।
ভোজন সম্ভাৰ মিলে মাংস আৰ
স্থূল চাহ দেও বাছি ॥৬৬৫
ইসব পুত্ৰক লাগি সমস্তৰ
মৎস্য মাংস যত কাটা।
নাহি স্নেহমতি ভাগে ভাগে আনি
দেন্ত মূৰ হাড়া খাটা।
সৱাহাৰে আতি- শয় স্নেহমতি
তুমলোঁয়া পুত্ৰপ্ৰায়।
পুত্ৰৰ সহিত নছাৰে কিঞ্চিত
স্নেহে দিন বহি যায় ॥৬৬৬
সেহিমতে তব জানা পৰাত্তৰ
কিকৈকয়ো মহা মহিমা।
তোমোৰাক প্ৰতি গুৰুৰ যে অতি
স্নেহৰ নাহিকে সীমা ॥
শেষকালে পাই ধৰ্ম্মক থাপিল
স্নেহত পুত্ৰৰ তুল্য।
নাথাকিল আৰ মহাৰস ভাৰ
তোমাক দিলা বদল ॥৬৬৭
সেহিসে কাৰণ আতি বিচক্ষণ
ভৈৰজন্তু নাম তাহয়।

গুৰুৰ কৃপাত মহন্ত প্ৰখ্যাত
ভৈলাহা তুমি নিশ্চয় ॥
যদুমণি আসি কহিলা হৰিষি
গুৰুৰ মুখৰ কথা ।
চ দাঙ্গি উবাৰি দিবোহোঁ বিচাৰি
লৈয়োক তাৰ ব্যৱস্থা ॥৬৬৮
এহি ভক্তি পূৰ্ব্বে আমাত কৃপালু
গুৰুৱে প্ৰকাশি থৈলা ।
গোটা তোমাৰ ৰস যোগ্যপৰ
বুলিয়া দেখাইবে লৈলা ॥
এহি ভক্তি ধৰ্ম্ম কথাৰসে মৰ্ম্ম
আলাপিলা দুইজন ।
সাত দিন সাত- ৰাত্ৰি অসংখ্যাত
কৃষ্ণৰ গুণ কীৰ্ত্তন ॥৬৬৯

---

## ছবি

এহিমতে বঞ্চি চান্ত শাস্ত্ৰ লেখি আতাইলেক
বিষ্ণু আতা বুলিলন্ত বাণী ।
জানা বাপু ঘৰ আবে লাগয় উজান যাইবে
লৈয়ো ইটো শাস্ত্ৰ মহামানি ॥
শুনিয়া সাদৰে আতা শাস্ত্ৰক লৈলন্ত তথা
কথাৰসে আকুল হৃদয় ।

বিষ্ণু আতা আগবাঢ়ি সঙ্গে যান্ত গতি কৰি
যেন দুই গজেন্দ্ৰ চলয় ॥৬৭০
এহিমতে প্ৰতি ভাৱে প্ৰবেশ ভৈলন্ত নাৱে
কৰি বিষ্ণু আতাক বোলান।
কাঠনি ঘাটৰ হন্তে সঙ্গে ভক্ত সমন্বিতে
পূৰ্ব্বদিশে কৰিলা পয়ান ॥
কতোদিন গৈল বহি আজি কালি কৰি ৰহি
এহিমতে নৌকায়ে চলন্ত।
ব্ৰহ্মপুত্ৰ আসি ভৈলা ডিক্ৰুঙ্গত প্ৰবেশিলা
সিটো তীৰ্থ আতি বেগৱন্ত ॥৬৭১
ডিক্ৰুঙ্গৰ ৰবঘাটে নৌকা ৰাখিলন্ত তাতে
ৰহিবাক মনে ইচ্ছা কৰি।
ৰাত্ৰিগোট ৰঞ্চি আতে চলি যাইবো প্ৰভাততে
হেনমতে সাবোগত কৰি ॥
উঠি ভক্ত ততকালে কৰিছন্ত থল ভালে
সেহিকালে যেন ভৈল কথা।
নাৰায়ণপুৰ হন্তে নামত কৰুণাময়
গোসাঁইৰ ভাতিজা আসি তথা ॥৬৭২
গোসাঁইক দেখিয়া আতি আকুল ভৈলেক মতি
জানু পাৰি কৰি প্ৰণিপাত।
বোলন্ত গোসাঁই ঘৰে উঠিয়ো আতি সত্বৰে
ৰহিবাক নলাগে ইহাত ॥

গোসাঁই বোলন্ত ঠাই জানাহা করুণাময়
নাহিকয় কিছু প্ৰয়োজন।
বোলন্ত করুণাময় তাহাঙ্ক জানোহো মই
সিটো শঙ্কা কৰিবো বাৰণ ॥৬৭৩
গোসাঁই বোলন্ত মাতৃ ভালে কি আছন্ত সতী
কৈয়ো কথা তাহান কুশল।
বোলন্ত করুণাময় ভালে মাতৃ ৰহিছয়
এহিবুলি কহিলা মঙ্গল ॥
বোলন্ত করুণাময় গোসাঁইৰ মুখক চাই
আমাসাক নকৰা নৈৰাশ।
নাহি শঙ্কা কিছুমান চলিয়োক নিজ স্থান
পূৰিয়ো আমাৰ ইটো আশ ॥৬৭৪
তাহান করুণা বাণী শুনি আতা মহামানি
তাঙ্ক প্ৰতি কৃপা সম্পাজিলা।
যদি শঙ্কা দূৰ হয় তেবেসে চলিতে হয়
হেন যেবে বচন বুলিলা ॥
গোসাঁইক প্ৰণামি ভাগে বোলন্ত যাহাওঁ লগে
আগে আমি কৰিবো গমন।
সিটো শঙ্কা দূৰে নিবো আমি আগে পঠাইবো
তযু পাৱে এহি নিবেদন ॥৬৭৫
এতেক করুণাময় ক্ষিপ্ৰ বেগে চলি যায়
সূৰ্য্যাৱতী আইৰ আগে কৈলা।

তোমাসাৰ পিতৃ খুৰী আতুৰ নপৰা হৈল
যদি পাইবা শীঘ্র বেগে চলা ॥
হেনশুনি সূৰ্য্যাৱতী আই পাছে বেগে আতি
চলি গৈলা পিতৃৰ ভৱনে ।
দেখিলন্ত তথা পাছে চোতালত বসি আছে
পিতৃ আতি মহা ৰঙ্গমনে ॥৬৭৬
আইক পাছে তেতিক্ষণে আথে বেথে পুচে পনে
গোধূলিকা বেলা কিয় আইলা ।
শুনি আই বুলিলন্ত করুণাময়ে পাখিলন্ত
তুমি বৰ নপৰা পৰিলা ॥
শীঘ্র বেগে শুনি যাৱা তেবেসে দেখাক পাবা
পাছে গৈয়া নাপাইবা তুমি ।
হেন আখ্যান্তৰ শুনি খেদ লাগি মনে গুণি
গোধূলিকা বেলা আইলো আমি ॥৬৭৭
হেনয় বিনয় বাণী শুনি মনে অনুমানি
সূৰ্য্যা বাটে বুলিলন্ত হাসি ।
জানিলো আমিসে ভালে তোমাসাক পঠাই দিলে
লৱ নাতি গোসাঁই পাইলে আসি ॥
আৰ যাইবে নলাগয় গৃহতে থাকিয়ো আই
মহাবিৰকত ভাৱা ভৈল ।
অনন্তৰে করুণাময় আতাৰ আগত কয়
উঠা খুৰা কাৰ্য্য সিদ্ধি হৈল ॥৬৭৮

ভাতিজাৰ বাক্যচয় শুনি আতা দয়াময়
নৌকা চাৰি ভকত সহিতে।
ভাগিন যে যদুমণি মাধৱ চৰণ তেনি
ৰাম ভদ্ৰ দামোদৰ তৈতে॥

চলিযান্ত লৱলাসে ৰূপখানি পৰকাশে
অতিশয় বৃহস্পতি কায়।
কোমল চুখনি পায় ভূমিপাৱে চলি যায়
যেন খোজে ৰুধিৰ বজাই ॥৬৭৯

এতেকে করুণাময় গৃহহৈতে আগুৱাই
আগবাঢ়ি নিলন্ত আসিয়া।
এহিমতে সকৰাহি গৃহতে আছিলা গৈৰা
আজ্ঞা যেবে ৰজনী বঞ্চিয়া॥

শুনা সন্ত ভক্তগণ হুযা সাৱধান মন
আতাৰ চৰিত্ৰ পদচন্দ।
বঢা-টুটা দোষচয় এৰি শুনা সমস্তয়
চ'দিবা অন্তে কৰ্ম্ম বন্ধ ॥৬৮০

অমৃত গন্ধ খাইলে অমৰ হুয়য় যদি
তাৰ কিবা সাধিতে ৰহিল।
মহাজনৰ বাক্য দেখিলো যেহেন শক্য
সন্তভক্তে নিমান্ত কৰিল॥

এতেকে সৱাৰো পাৱে প্ৰণামোহোঁ ভক্তি ভাৱে
ভক্তকুল চৰণ পৰি।
দাতে তৃণ তুলি লওঁ যেন কৃপালেশ পাওঁ
মুখে নচাৰোক ৰাম হৰি ॥৬৮১

---

## পদ

আত অনন্তৰে প্ৰভাতত উঠিলন্ত।
কলানি ভেটিক লাগি যাইবেক ইচন্ত ॥
হেন দেখি বউ মাতৃ বুলিলা বচন।
স্নান কৰি যাৱা বাপু কৰিয়া ভোজন ॥৬৮২
ঘৰজন গৈছে দ্ৰব্য ব্যঞ্জন আনিতে।
পৰম আনন্দে আজি ভোজন কৰিতে ॥
আতা বুলিলন্ত বউ শুনিয়ো বচন।
অভক্তৰ গৃহে আমি নকৰো ভোজন ॥৬৮৩
অথিতি ৰূপেসে আসি কালি আসি বৈলো।
স্বৰূপ বচন আমি তোমাত কহিলো ॥
ভাৰা বুলিলন্ত আমি তুয়ো ধৰ্ম্ম ধৰো।
আতা বুলিলন্ত ঐত সিমত নকৰো ॥৬৮৪
কণিষ্ঠে জ্যেষ্ঠক কেনমতে ধৰ্ম্ম কৈৰো।
হৰিৰ চৰণ আছে তাকে লাগি যাইবো ॥
এহি বুলি আতা পাছে কৰিয়া বিদাই।
কলানি গৃহক লাগি চলিলা গোসাঁই ॥৬৮৫
লভিয়া আতাক হৰি আতৈ মহাৰঙ্গে।
মিনতি কৰিয়া ৰহিলন্ত তাৰাসঙ্গে ॥
আশ্বাসি তাৰাক আতা ধৰিলন্ত তুলি।
কৰিলা সাদৰ স্নেহে প্ৰিয় বাক্য বুলি ॥৬৮৬

কহিলা আপোন বাৰ্ত্তা সমস্তে বুজাই।
যেনমতে গুৰুৰ পাশক পাইলা যাই ॥
গুৰু বাক্যে বিষ্ণু পাদোদক আনিলন্ত।
যেন যেন ৰূপে পথ ক্ৰমে আসিলন্ত ॥৬৮৭
শুনিয়া আতৈৰ অতি আনন্দ অপাৰ।
স্নান কৰি পাছে কৈলা ভোজন সম্ভাৰ ॥
ভক্ত সমন্বিতে নাম কীৰ্ত্তন কৰিয়া।
কলানিতে উঠি আছা আনন্দে ৰহিয়া ॥৬৮৮
নাৰায়ণপুৰ লোক সমস্তে শুনিলা।
বিদেশৰ হন্তে গোসাঁই এথায়ে আসিলা ॥
আসিলন্ত হুয়া তাৰা ধৰ্ম্মৰ ঈশ্বৰ।
উৰুক মুৰুক কৰি আসৈ সৱে নৰ ॥৬৮৯
যেহি যিবা পাৱে লৈয়া যান্ত মন প্ৰীতি।
গোসাঁইৰ আগত থৈয়া কৰন্ত প্ৰণতি ॥
সৱাহাক্ষে প্ৰবোধিয়া বুলি প্ৰিয় বাক।
কৃষ্ণকথা ৰসে তুষি থাকন্ত সৱাক ॥৬৯০
একদিনা গোসাঁই অঙ্গনা বাহিৰাই।
ধীৰগতি আছা প্ৰভু চৰণ চলাই ॥
সাউদ ভক্তৰ দাস আতৈৰ নন্দন।
জয়কৃষ্ণ নাম তান বুদ্ধি বিচক্ষণ ॥৬৯১
নানা যন্ত্ৰে ফাণ্ড জড়ী কৰিয়া যতন।
ধৰিয়া আনয় তেহোঁ নানা পক্ষীগণ ॥

সেহিকালে গোসাঁইৰ আগত উপসন্ন।
দেখিয়া গোসাঁইৰ পাৱে কৰিলা বন্দন ॥৬৯২
গোসাঁই তাহাঙ্ক অতি সাদৰে পুচিলা।
জানা জয়কৃষ্ণ আক কিমতে ধৰিলা ॥
জয়কৃষ্ণে বোলে আতা নানা জড়ী ফান্দে।
এহি পক্ষীসৱ আমি ধৰিছো প্ৰবন্ধে ॥৬৯৩
শুনিয়া গোসাঁই তাঙ্ক বুলিলন্ত চাই।
এহিমতে জীৱ হত্যা কৰিবে নাপাই ॥
যেন মতে তুমি মাৰি আছা ইসৱক।
ইসৱেও তেন মতে মাৰিবে তোমাক ॥৬৯৪
জয়কৃষ্ণে পুনু হেন বুলিলা বচন।
ভাজি পুৰি আক আমি কৰিবো ভোজন ॥
মৃতক পক্ষীয়ে সিটো কৰিবেক কিস।
ইহাৰ ভোজনে আমি লভিবো হৰিষ ॥৬৯৫
বোলন্ত গোসাঁই জয়কৃষ্ণ শুনা কথা।
জীৱ হত্যা প্ৰাণীৰ যে শুনিয়ো ব্যৱস্থা ॥
পৰকালে তোমাক ৰাখন্তা নহইব।
ভয়ানক ৰূপ ধৰি তোমাক বধিব ॥৬৯৬
জানিবা জীৱক হত্যা কৰিবে নাপাই।
ইটো কথা তোমাত যে কহিলো বুজাই ॥
গোসাঁইৰ বচন শুনি তাৰা বুলিলন্ত।
পৰজন্মে যদি আমাসাক মাৰিবন্ত ॥৬৯৭

জানিলো জীৱক হত্যা কৰিবে নাপাই।
এহি বুলি পক্ষীগণ দিলেক উৰাই ॥
গোসাঁইৰ প্ৰসাদে পক্ষী বন্ধন মুকুত।
আকাশ গগনে উৰি গৈলেক বহুত ॥৬৯৮
ফাগু জড়া যত তান সঙ্গত আছিল।
পুখুৰী মাজক লাগি তেখনে পেহলাইল ॥
দেখিয়ো গোসাঁইৰ সন্ত কৃপা সম্পজিল।
সেহি দিনা জয়কৃষ্ণে জ্ঞানক লভিল ॥৬৯৯
সিসৱ কৰ্ম্মত তান গুচিলেক মতি।
আতাৰ পাৱত পৰি কৰিলা প্ৰণতি ॥
বুলিলন্ত জয়কৃষ্ণে আতাক প্ৰণামি।
কৰ্ম্ম গতি ইটো নিস্তৰিবো কৈত আমি ॥৭০০
কহিয়োক প্ৰভু কথা আমাক বুজাই।
তাহাঙ্ক কৃপায়ে হাসি বুলিলা গোসাঁই ॥
ধন্য জয়কৃষ্ণ তুমি বুলিলা বচন।
কহিবো তোমাত ইটো বুদ্ধি বিচক্ষণ ॥৭০১
হুয়া সাৱধান মন থিৰ কৰি মতি।
প্ৰথমে লৈবেক বিষ্ণু ভকতৰ সঙ্গতি ॥
গুৰু মানি তাঙ্ক সেৱা কৰিবাহা ভালে।
হৈবেক পৰম তুষ্ট তেহে অল্পকালে ॥৭০২
আৰাধিবা কৃষ্ণদেৱ তান উপদেশি।
সুকৃত কৰ্ম্মক তাস্ত অপিবা হৰিষি ॥

কৃষ্ণগুণ নাম গাইবা থিৰ কৰি মন।
সমস্তৰে আত্মা কৃষ্ণ ভকতৰ ধন ॥৭০৩
সকৰি প্ৰাণীক দেখ্য বিষ্ণুবুদ্ধি কৰি।
এহিসৱ লক্ষণেসে গুচিবেক বৈৰী ॥
চিন্তিয়া কৃষ্ণৰ দুই অভয় চৰণ।
এতেকে হৈবেক কৰ্ম্মী জ্ঞানীৰ তৰণ ॥৭০৪
গোসাঁইৰ মুখত হেন বাক্য শুনিলন্ত।
জয়কৃষ্ণ আতৈয়ে প্ৰাৰ্থনা কৰিলন্ত ॥
হে দেৱ গোসাই তৱ চৰণত লাগো।
কাকুতি কৰিয়া ধৰ্ম্ম উপদেশ মাগো ॥৭০৫
তাহান বচন শুনি গোসাঁই বুলিলা।
ধৰ্ম্মক ধৰিবে মনে নিশ্চয় কৰিলা ॥
শুনা তেবে কহোঁ আমি তাহাৰ বিধান।
মাথ নথ কমাই কৰিতে লাগে স্নান ॥৭০৬
পাপ পতিলাক দূৰ কৰিয়া নিঃশেষে।
আজি নিৰাহাৰে থাকিবাহা উপবাসে ॥
প্ৰভাতে শৌচাদি কৰি কৰিবাহা স্নান।
নবীন ধোতৰ বস্ত্ৰ কৰি পৰিধান ॥৭০৭
ধৰ্ম্মৰ নিমিত্তে দ্ৰব্য যুগুত কৰিবা।
শুক্ল আবৰণ বস্ত্ৰখানিক আনিবা ॥
ধূপ দীপ তৈল নৈবেদ্য সাজি আনা।
হেনমতে ধৰ্ম্মক ধৰিতে নীতি জানা ॥৭০৮

এতেক শুনিয়া তাৰা গোসাঁইৰ বচন।
গোসাঁইক প্ৰণামি গৃহে কৰিলা গমন ॥
গোসাঁই ৰহিলা পাছে আপোন বসতি।
জয়কৃষ্ণ আতৈৰ কথা শুনা দিয়া মতি ॥৭০৯
পিতৃৰ আগত যাই সমস্তে কহিলা।
ধৰ্ম্মক ধৰিবে ছুয়ো সদাচাৰ ভৈলা ॥
গৃহৰ পতিলা দূৰ কৰি তেতিক্ষণ।
গোময়ে লেপিলা গৃহ আতি বিচক্ষণ ॥৭১০
বস্ত্ৰক তিয়াই ক্ষৌৰ কৰ্ম্মক কৰিয়া।
পথালি শৰীৰ বৈলা লঘোণ কৰিয়া ॥
এহিমতে সপৰিবাৰে সদাচাৰ হই।
বঞ্চিলা ৰজনী ভৈলা আদিত্য উদয় ॥৭১১
সাঞ্জি মাঞ্জি গৃহক কৰিলা সৱে স্নান।
নবীন বস্ত্ৰক কৰিলন্ত পৰিধান ॥
নৈবেদ্য সম্ভাৰ আভৰণ বস্ত্ৰ লৈলা।
গোসাঁইৰ স্থানক সৱে আত্মাদৰে গৈলা ॥৭১২
আছন্ত গোসাঁই নাম কীৰ্ত্তন কৰিয়া।
পিতা পুত্ৰে গোসাঁইক যে প্ৰণামিলা গৈয়া ॥
প্ৰাৰ্থিলন্ত ধৰ্ম্ম কৰি ভকতি মিনতি।
তাহাঙ্ক কৃপায়ে প্ৰভু কৰায়া যুগুতি ॥৭১৩
জয়কৃষ্ণ আতৈক কৰুণা সম্পজিল।
প্ৰথমে তাহাঙ্ক মহা ধৰ্ম্ম প্ৰকাশিল ॥

কহিলন্ত সমস্তে ভকতি সদাচাৰ।
ধৰ্ম্মক লভিয়া তাৰা আনন্দ অপাৰ ॥৭১৪
তান পিতৃ ভকতদাসে প্ৰাৰ্থনা কৰিল।
সেহিমতে তাহান্ক যে ধৰ্ম্মশিক্ষা দিল ॥
পিতা পুত্ৰে পৰিবাৰে ধৰ্ম্মপৰায়ণ।
স্তুতি নতি ভকতি কৰিলা বহুমান ॥৭১৫
এহিমতে ভৈল তাৰা হৰিত শৰণ।
আৰু সেৱকৰ কথা শুনা সন্তগণ ॥
মহাপুৰুষৰ ধৰ্ম্ম আনিছে জানিয়া।
পৰম সুগম সদাচাৰক শুনিয়া ॥৭১৬
পবিত্ৰ শৰীৰ বিপ্ৰ আতি শুদ্ধমন।
হৰিভক্তি ৰাজমাৰ্গ দেখি বিচক্ষণ ॥
হৰিত অনেক ৰূপে কৰি নিবেদন।
শুনিয়া হৰিৰ ভক্তি ৰসে মগ্ন মন ॥৭১৭
বাসুদেৱ গুৰু সদাচাৰ কৰিছন্ত।
হৰিত ভকতি তাৰা পৰম মহন্ত ॥
তাহান মধ্যম পুত্ৰ শ্ৰীৰাম সন্ত।
হৰিৰ চৰণ সঙ্গে আতা আনিলন্ত ॥৭১৮
ধৰ্ম্মৰ পৰম মহা মহিমা বখানি।
বৰ গুৰু কটকী ব্ৰাহ্মণ মহামানি ॥
সদাচাৰ হুয়া তাৰা ভকতি প্ৰাৰ্থিলা।
পৰিবাৰ সমন্বিতে শৰণ পশিলা ॥৭১৯

গোবিন্দ মকুন্দ দলৈ বিপ্ৰ বিচক্ষণ।
নাৰায়ণ সমে সহোদৰ তিনিজন ॥
তিনিয়ো শ্ৰদ্ধায়ে আতি সদাচাৰ হৈয়া।
হৰিৰ ভকতি ধৰ্ম্ম লভিলন্ত গৈয়া ॥৭২০
কটকী কুলত তেহোঁ বিশিষ্ট ব্ৰাহ্মণ।
গোঙ্গৰ বিজয় হৰি আতৈ শুদ্ধ মন ॥
হৰিৰ ভকতি ধৰি কৰি শুদ্ধ মন।
সদাচাৰ হৈয়া লৈলা হৰিত শৰণ ॥৭২১
আতাৰ যে ভাতিজা কৰুণাময় আসি।
সদাচাৰ হৈয়া লৈলা শৰণ উপাশি ॥
তাহান মাতৃও পাছে সদাচাৰ হৈয়া।
গোসাঁইত প্ৰাৰ্থনা কৰি ধৰ্ম্মক ধৰিয়া * ॥৭২২
প্ৰাৰ্থনা দ্বাৰায়ে ধৰ্ম্ম সৱাকে দিলন্ত।
আতপৰে যেন কথা শুনা সৱে সন্ত ॥
ৰাৰনন্দ আতৈক গোসাঁই বোলে বাক।
বোলোহোঁ তোমাক জানা ধৰ্ম্ম ধৰিবাক ॥৭২৩
শুনিয়া গোসাঁইৰ বাণী তাৰা বুলিলন্ত।
নানা বিষয়ৰ কৰ্ম্মে ব্যাপিয়া আছন্ত ॥
কিমন্তে ধৰিবো ধৰ্ম্ম নেদেখো উপায়।
বোলন্ত গোসাঁই কহোঁ তোমাত বুজাই ॥৭২৪

* বদলা আতাৰ জ্যেষ্ঠ শঙ্কৰদাস আতা বৌমাতৃয়েক। ভতিজাক কৰুণাময় আতৈ আদি সকলোৱে শৰণ লয়।

অজামিল নামে এক ব্রাহ্মণ আছিল।
বেশ্যাত পণ্ডিত হৈয়া পুত্র উপার্জ্জিল॥
পোসন্তে পালন্তে পাপ ভৈলেক বহুত।
কাল অন্তে আসি ধৰিলেক যমদূত॥৭২৫
নিবাক চাহান্তে দূতে ভয়ে অজামিলে।
আইস নাৰায়ণ বুলি পুত্রক ডাকিলে॥
মৰিবাৰ বেলা নাৰায়ণ নাম লৈলা।
ততিক্ষণে চাৰি বিষ্ণু দূত আসি ভৈলা॥ ৭২৬
যমদূত হন্তে তান্ক কৰিলা মুকুত।
এতেকে তুমিও ধৰ্ম্ম ধৰিতে যুগুত॥
অজামিল ব্রাহ্মণত বুজি অভিপ্রায়।
গোসাঁইক সম্বোধি ৰাজখোৱা বোলে চাই॥৭২৭
অজামিল তৰিল যে তৰিল অয়শে।
ধৰিম ধৰিম ধৰ্ম্ম কহিলো ৰহস্যে॥
কাহলা গোসাঁই তান সংশয় নিবাৰি।
নমিয়া গোসাঁইক তেহে গৈয়া নিজবাৰী॥৭২৮
সয়ে সদাচাৰ হৈয়া লঘন কৰিয়া।
প্রাতসে স্নানিয়া লৈলা দ্রব্য নিবন্ধিয়া॥
গৈয়া পাছে দেখে গোসাই আছন্ত বসিয়া।
প্রণামি বোলন্ত আতা ধৰ্ম্মশিক্ষা দিয়া॥৭২৯
শুনিয়া কৃপায়ে প্রভু কৰিয়া বিধান।
কহিলা ধৰ্ম্মক তান্ক দিয়া মহাজ্ঞান

এহিমতে সেৱকক ধৰ্ম্ম দিয়া জ্ঞান।
ৰহিয়া আছন্ত প্ৰভু কিছু দিনমান ॥৭৩০
তাতপৰে গুৰু বাক্যে সলখে চলিতে।
নৌকাত চৰিলা আতা ভক্ত সমন্বিতে॥
নৌকায়ে চলিয়া আতা সলখ পাইলন্ত।
গাভৰুখাঁ আদি ভক্তসৱ আসিলন্ত ॥৭৩১
জানুশিৰে প্ৰণামিয়া সাদৰ কৰিয়া।
পুছিলা গুৰুৰ বাৰ্ত্তা পুনু প্ৰণামিয়া॥
কহিলা গোসাঁই গুৰু বাৰ্ত্তা সুমঙ্গল।
শুনি সৱাহাৰে মহা ভৈলা কৌতূহল ॥৭৩২
আতাৰ পৰম আতি সুমধুৰ মাত।
উষ্মকালে যেহেন চন্দ্ৰক দিলে গাত॥
সেহিমতে ভক্তসৱ সান্ত কৰাইলন্ত।
সমস্তে আসিয়া গুৰু বাৰ্ত্তাক পুছন্ত ॥৭৩৩
অনেক কাৰ্পুৰ্ণ্য স্তুতিনতি বাক্য বুলি।
নৌকাহস্তে আতাক সাদৰে নিলা তুলি॥
নবীন বাসায়ে ৰাখি নানা দ্ৰব্য দিলা।
হৰিগুণ নামামৃতে ৰজনী বঞ্চিলা ॥৭৩৪
কতোদিনে তৈত শাস্ত্ৰ লেখাই দিলন্ত।
শাস্ত্ৰ পায়া গাভৰুখাঁ সাদৰে লৈলন্ত॥
আতাক লভিয়া তৈত লোক যত যত।
শৰণ লইয়া হৈল সমস্তে ভকত ॥৭৩৫

যাহাৰ যেহেন শক্তি পৰম সাদৰ।
বন্দিয়া গোসাঁইৰ পাৱে কৰিয়া কাতৰ ॥
গাভৰুথাঁই গুৰুপাৱে নিবেদিলা নাও।
দিলন্ত পৰম ৰঙ্গে বুলি ভক্তিভাও ॥৭৩৬
সলথৰ পৰা আতা চলিয়া নৌকাই।
আশ্বাস বুলিয়া তৈৰ আসি ভটিয়াই ॥
কাচিকটা তীৰে যদুমণিৰ আৱাসে।
তান ঘাটে নৌকায়ে ৰহিলা পৰবাসে ॥৭৩৭
গুৰুবাক্যে শাস্ত্ৰ তাঙ্ক লেখাই দিলন্ত।
তহিতে অনেক লোকে শৰণ লৈলন্ত ॥
কহিলা সমস্তে তান্ত ভক্তি ৰস সাৰ।
শৰণাগতক গোসাঁই দিলন্ত ইবাৰ ॥৭৩৮
প্ৰাৰ্থনা দ্বাৰাই ধৰ্ম্ম সৱাকে দিলন্ত।
আতপৰে যেনকথা শুনা সৱে সন্ত ॥
সৱাকো শুনাই আতা বচন বুলিলা।
তৈৰহন্তে আসি পুনু কলানি ৰহিলা ॥৭৩৯
সেৱকসকলে আসি বাৰ্ত্তাক পুচন্ত।
তহিতে ৰহিয়া হৰি কীৰ্ত্তন কৰন্ত ॥
এহিমতে সদা ভক্তি প্ৰকাশ কৰন্ত।
সমস্ত ভকত আসি হৰিগুণ গান্ত ॥৭৪০
তথাত আছয় যত যত লোকচয়।
আতাত প্ৰাৰ্থিয়া আসি শৰণ পশয় ॥

আত অনন্তৰে যেবে ভৈল কোন কথা ।
জগন্নাথ চৰণে শুনিয়া গৈলা তথা ॥৭৪১
গোপাল মহন্ত ঠাইত জানিয়া আসিলা ।
মহাপুৰুষ গুৰু মহাপ্ৰয়াণ কৰিলা ॥
এহিবাৰ্ত্তা শুনি জগন্নাথ শীঘ্ৰে যাই ।
আথেবেথে গুৰু বাৰ্ত্তা আতাত জনাই ॥৭৪২
কহিলন্ত গুৰুজনে পৃথিৱী এৰিলা ।
গোসাঁই শুনিয়া খেদ বচন বুলিলা ॥
বাৰেকাদি গুৰুজনে আমাক মাতন্ত ।
আমি তাবাৰ বাক্যে যাইবে নপাইলন্ত ॥৭৪৩
পুন্ন জগন্নাথক বুলিলা খেদবাক ।
কিমতে আসিল বাৰ্ত্তা কহিও আমাক ॥
গোসাঁইৰ আদেশ শুনি চলিল তেখন ।
গুৰুৰ পুচিল বাৰ্ত্তা গোপাল ভৱন ॥৭৪৪
তাবায়ে কহিলা আবে যাত্ৰী আসিছন্ত ।
তাহাতে সকলে তুমি বাৰ্ত্তাক পুচন্ত ॥
এহি বুলি গোপালে সাদৰে কহিলন্ত ।
জগন্নাথে গৈয়া গুৰু প্ৰয়াণ পুচন্ত ॥৭৪৫
যাত্ৰীয়ে কহিলা গুৰু প্ৰয়াণৰ কথা ।
যিহেতু চলিল গুৰু শুনিও ব্যৱস্থা ॥
শ্ৰীনমু ৰাজাৰ পুত্ৰ লক্ষ্মী মহাৰাজ ।
গুৰু লভিবাক মনে কৰিলেক সাজ ॥৭৪৬

পঠাইলেক মোক গুৰু পায়ে নিবেদিয়া।
মহাভক্তি ভাবে আতি শৰণ মাগিয়া ॥
আসোক আমাৰ থানে গুৰুদেৱ হৰি।
দিয়োক আমাক শিক্ষা গুৰু কৃপা কৰি ॥৭৪৭
এহি নিবেদিয়া ৰাজা আছা উপবাসে।
আসিবন্ত গুৰুদেৱ হেন অভিলাষে ॥
নভৈল গুৰুৰ ইচ্ছা শৰণ দিবাক।
গুৰু বোলে ভালমতে লাগয় গাইবাক ॥৭৪৮
আমাৰ নবীন বস্ত্ৰ আনা শীঘ্ৰ কৰি।
শুনিয়া সেৱকে বস্ত্ৰ দিলন্ত সাদৰি ॥
পৰিধান কৰি গুৰু ভক্তক প্ৰবোধি।
কৰিল হৰিক ধ্যান বায়ুক নিৰোধি ॥৭৪৯
কৰিলন্ত গুৰু নৰভাৱ সম্বৰণ।
ৰাজাৰ আগত বাৰ্ত্তা জনাইলা তেখন ॥
শুনিয়া ভৈলেক ৰাজা মৃতক সমান।
কৰ্ম্মৰ নিমিত্তে দ্ৰব্য দিলা তেতিক্ষণ ॥৭৫০
হৰিধ্বনি কৰি নিয়া চিতাক নিৰ্ম্মিয়া।
বিধি ব্যৱহাৰে সৱে কৰ্ম্ম নিয়োজিয়া ॥
কৰিল দাহন ঘৃত আগৰ চন্দন।
পৰম সুঘ্ৰাণ বহে শীতল পৱন ॥৭৫১
ভাদ্ৰ মাস কৃষ্ণপক্ষে পঞ্চমী তিথিত।
কৰিল প্ৰয়াণ গুৰু কহিলো নিশ্চিত ॥

সেহি দিনা প্ৰভাব শুনিয়োঁ অতিশয়।
ৰাম নাৰায়ণ হৰি পন্থে আসিছয় ॥৭৫২
গুৰুক দেখন্ত পন্থে গমন কৰন্ত।
সঙ্গত শ্ৰীৰাম আতা পাছু পাছু যান্ত ॥
গুৰু দৰশনে প্ৰেম পুলকিত কায়।
জানু শিৰে প্ৰণামিলা কৰি নম্ৰকায় ॥৭৫৩
দুহাকো সম্বোধি গুৰু বাক্য বুলিলন্ত।
নিৰামিষ দ্ৰব্য হৰিবল্লভে লৈবন্ত ॥
সামিষ দ্ৰব্যক নিয়া ভাণ্ডাৰে থৈবন্ত।
হেন সম্বোধন দিয়া গুৰু চলিলন্ত ॥৭৫৪
হেন দেখি দুয়োজন স্থানক আসিল।
শুনিলন্ত গুৰুদেৱ বৈকুণ্ঠে চলিল ॥
কাষ্ঠসংস্কাৰ কৰিছন্ত ভকতচয়।
দেখিয়া ভৈলেক আসি পৰম বিস্ময় ॥৭৫৫
প্ৰেমে পুলকিত বহে লোতক বোম্বালে।
হাঁ গুৰুদেৱ বুলি পৰিল নিধালে ॥
আমাক বঞ্চিলা প্ৰভু কেনে ধৰো হিয়া।
গৈলাহা আমাক চাৰি কেনে দেখা দিয়া ॥৭৫৬
গুৰু দৰশন বাৰ্ত্তা কহিলা সাদৰি।
হাঁ গুৰু গুৰু বুলি কান্দন্ত বাগৰি ॥
শুনিয়া সেৱকসৱ আকুল হৃদয়।
আৰু এক অদভুত শুনিয়োঁ বিস্ময় ॥৭৫৭

পৰম বিষাদে ৰাজা বসিয়া আছন্ত।
পানীভাৰী গৈয়া ৰাজা আগে কহিলন্ত॥
গুৰুক পাইলোহোঁ দেখা পন্থে চলিছয়।
সঙ্গত শ্ৰীৰাম আতং কমণ্ডলু লই॥৭৫৮
বুলিলন্ত আতা জল দিয়োক আমাক।
কমণ্ডলু ভৰি জল দিলো তাসম্বাক॥
শুনিয়া ৰাজাৰ মনে দহয় হৃদয়।
জানিলো আমাৰ মহাভাগ্য নাহিকয়॥৭৫৯
তাহান অভয় পদে পশিবে। শৰণ।
কৰিলোহোঁ আশা আমি গুৰুৰ চৰণ॥
সোহি আশা নৈৰাশ্য কৰিলা গুৰুদেৱ।
তাহান চৰণে মোৰ লক্ষকোটি সেৱ॥৭৬০
মনুষ্য নোহয় জানো ঈশ্বৰ নিশ্চয়।
এহি চিন্তি নৰনাথ চিন্তিলন্ত তয়॥
গুৰুৰ প্ৰয়াণ বাৰ্ত্তা যাত্ৰী মুখে পাইলা।
জগন্নাথ চৰণে গৈ গোসাঁইত জনাইলা॥৭৬১
গুৰুৰ প্ৰয়াণ বাৰ্ত্তা শুনিলা যখন।
শ্ৰুতি হত ভৈল গাৱে নাহিকে চেতন॥
কতোবেলি চেতনক লভিয়া গোসাঁই।
কৰিলা বিলাপ আতি গুৰুক বৰ্ণাই॥৭৬২
স্বস্থ হৈয়া গুৰুৰ সদকৰ্ম্ম আচৰিত।
হৰি কীৰ্ত্তনক লাগি কৰিলন্ত চিত্ত॥

নানা দ্রব্য মিলায়া ঈশ্বৰত সমর্পিলা।
সাতদিন সাতৰাত্রি কীর্ত্তন কৰিলা ॥৭৬৩
কীর্ত্তন কৰিয়া কিছুদিন ৰহিছন্ত।
সেৱকসৱক হেন বাক্য বুলিলন্ত ॥
গুৰুবাক্য আমাৰ আছয় শিৰভাগে।
সৌমাৰত হস্তে কামপৃষ্ঠে যাইতে লাগে ॥৭৬৪
তহিতে আছয় মহা মহন্ত বিশেষ।
গুৰুবাক্য ধৰ্ম্ম সূক্ষ্ম আছয় বিশেষ ॥
গোসাঁইৰ শুনিয়া হেন বচন অমৃত।
সমস্ত সেৱক ভৈল অতি আনন্দিত ॥৭৬৫
কৰযোৰ কৰি সৱে বুলিলা বচন।
হেনকৰ্ম্ম কৰিতে আমাৰ ৰঙ্গ মন ॥
সেৱকসৱৰ শুনি বচন প্ৰস্তুত।
বোলন্ত চলিতে সৱে হুয়োক যুগুত ॥৭৬৬
বৰ সন্দিকৈৰ গৃহে আতা চলিযান্ত।
পৰম গাম্ভীৰ্য্য ৰূপে তৈতে বসিলন্ত ॥
গোসাঁইক সাদৰে আতি বৰ সন্দিকই।
কিকাৰ্য্যে আসিলা বুলি গোসাঁইত পুছয় ॥৭৬৭
কহিলা নৌকাৰ প্ৰয়োজন বিবেচন।
তান থেল নৌকা আনি দিল তেতিক্ষণ ॥
নৌকাক লভিয়া গোসাঁই কৰিয়া সম্ভৃত।
চৈধ্যজন সমন্বিতে নৌকা উপস্থিত ॥৭৬৮

গুৰুথান অভিলাষে আনন্দিত মন।
নৌকাযানে ভটিয়াই কৰিলা গমন॥
কতোদিনে গৈয়া প্ৰভু কামপৃষ্ঠ পাইলা।
বৰপেটাধাম ঘাটে নৌকাক ৰখাইলা॥৭৬৯
স্থান অধিকাৰী বুঢ়া আতা মহাশীল।
উজানৰ বাপুঘৰ এথানে মিলিল॥
হেনশুনি বুঢ়া আতা আনন্দক পাইল।
ভক্তসমে আগবাঢ়ি তেখনে আসিল॥৭৭০
শ্ৰীহৰিবল্লভ আতৈ সেৱক প্ৰধান।
আগবাঢ়ি আসিলেক কৰি বহুমান॥
দুয়োজন আতা যেবে ভৈল দেখাদেখি।
প্ৰেমে আকুলিত মন সলোতক আখি॥৭৭১
সেহিবেলা বুঢ়া আতা বুলিলা বচন।
নৌকাহন্তে বাপুঘৰ আসিও এখন॥
শুনিয়া গোসাঁই হেন চলিলা তেখন।
নৌকাহন্তে নামি হস্ত মুখ প্ৰক্ষালন॥৭৭২
দুইজন আতা যেবে ভৈলা একঠাই।
গোসাঁইক সম্বোধি বুঢ়া আতা বোলে চাই॥
চলিয়োক বাপুঘৰ আমাসাৰ আগে।
গোসাঁই বোলন্ত আতা চলিয়োক আগে॥৭৭৩
এহিকথা কহি চলি যান্ত দুইজন।
হৰি মন্দিৰৰ দ্বাৰে ভৈলা উপসন॥

বুঢ়া আতা গোসাঁইক বুলিলা প্ৰিয়বাণী।
বাপুঘৰ আগে প্ৰবেশিও মহামানী ॥৭৭৪
গোসাঁই বোলন্ত আতা প্ৰবেশিও আগে।
তব্ৰ পশিলেসে আমি পশিবাক লাগে ॥
বুঢ়া আতা পুনু হেন বুলিলন্ত বাক।
সৰ্ব্বশক্তি ভক্তি গুৰু দিলেক তোমাক ॥৭৭৫
এহি হেতু তব্ৰ জানা শ্ৰেষ্ঠ আতিশয়।
তব্ৰ প্ৰবেশিলে আমি পশিবো নিশ্চয় ॥
গোসাঁই বোলন্ত আতা শুনিয়োক সাৰ।
তুষ্ট হুয়া আশীৰ্ব্বাদ দিলা সাতবাৰ ॥৭৭৬
মালতী ফুলৰ মালা শিৰত দিলন্ত।
বৰপেটা স্থানে অধিকাৰী পাতিলন্ত ॥
দিলেক নাগেৰি টকা গুৰু নিজে আনি।
সিহেতু চলিয়ো আগে তুমি মহামানি ॥৭৭৭
এহিবুলি কন্যাৰ দৃষ্টান্ত কহিলন্ত।
গোসাঁইক সম্বোধি আতা বচন বোলন্ত ॥
যিকথা কহিলা বাপুঘৰ মহাশয়।
সাতবাৰ আশীৰ্ব্বাদ গুৰু দিয়াছয় ॥৭৭৮
সেহি আশীৰ্ব্বাদ জানা দিলোহো তোমাক।
একবাৰ আশীৰ্ব্বাদ দিয়োক আমাক ॥
শুনিয়া গোসাঁই হেন আতাৰ বচন।
তোমোৰাৰ পালো আমি নিদিবো কখন ॥৭৭৯

হেন কহি বুঢ়া আতা পশিলা মন্দিৰ।
গোসাঁই পশিলা পাছে গমন গম্ভীৰ॥
হৰিক বন্দিয়া বসিলন্ত দুয়োজন।
মঙ্গলাদি বাৰ্ত্তা পুছিলন্ত ঘনে ঘন॥৭৮০
প্ৰেমে পুলকিত অতি দুহানো শৰীৰ।
হৰিকথামৃতে বহে নয়নৰ নীৰ॥
অতপৰে বুঢ়া আতা কৰায়া যতন।
গোসাঁই ৰহিতে লাগি দিলেক ভৱন॥৭৮১
সেহি ভৱনত গোসাঁই ৰহিলন্ত যাই।
হৰি আতৈ সেবা সঙ্গে ভক্ত মহাশয়॥
ৰহিল আনন্দে বৰপেটা মহাধাম।
শঙ্কৰ মাধৱ হৰি বোলা ৰাম ৰাম॥৭৮২

---

## দুলড়ী

সাতদিন সাত- ৰাত্রি বঞ্চিলন্ত
হৰিগুণ নাম গাই।
তাত পাছে আতা গুৰুপুত্ৰগণ
দেখা কৰিবাক যাই॥
বুঢ়া আতা যাই বচন বোলই
যায়ো বাপুঘৰ তুমি।
ঠাকুৰৰ ঠাইক তেখনে চলিলা
ঠাকুৰে দেখিলা জুমি॥৭৮৩

অতি সমাদৰে আগবাঢ়ি নিয়া
কুশল বাৰ্ত্তা পুচিলা।
দুয়ো কথামৃতে আলাপ কৰিয়া
কতোক্ষণমান আছিলা॥
আশ্বাস কৰিয়া বচন বুলিয়া
তথাহন্তে আসিলন্ত।
পুনু আসি পাছে বুঢ়া আতা পাশ
বৰপেটা প্ৰবেশন্ত॥৭৮৪
কতোদিন তৈতে ভক্তি ৰসামৃতে
লভিয়া আছা হৰিষি
অনেক সাদৰে সমস্তে ভকতে
আছন্ত আতাক তোষি॥
বুঢ়া আতা আগে পুচন্ত গোসাঁই
কাৰণ এক আমাৰ।
ঠাকুৰ আতাৰ স্থানক যাইবো
কৈসানি হুই যাইবাৰ॥৭৮৫
শুনি বুঢ়া আতা কৰন্ত ব্যৱস্থা
নকৰিও চিন্তা মন।
যাইতে মহাভাগ দিবো আমি লাগ
ৰহিয়োক কিছুদিন॥
আত অনন্তৰে ঠাকুৰ আতাৰ
নন্দন আসি মিলিল।

দেখি বুঢ়া আতা সঙ্গক মিলায়া
নৌকায়ে পাখিয়া দিল ॥৭৮৬
গৈয়া পাইলা ঘাট ঠাকুৰ আতা সুত
আগছুয়া চলি গৈলা।
পিতৃক নমিয়া গোসাঁইৰ কথা
সমস্তে বাৰ্ত্তা কহিলা ॥
শুনি ঠাকুৰ আতা আগবাঢ়ি তথা
ঘাটে উপস্থিত ভৈলা।
কহিয়া দৃষ্টান্ত হুয়া স্নেহ মন
সাদৰে গৃহ পৈশালা ॥৭৮৭
দেৱ গৃহে পশি অনেক আশ্বাসি
কুশল বাৰ্ত্তা পুছিলা।
গোসাঁইক চাহিয়া ঠাকুৰ আতা হেন
সম্বোধি বাক্য বুলিলা ॥
জানা আমুকাই দিনগঞা মিতা
আমাত কহি আছিলা ॥
সাতদিন সাত- ৰাত্রি ভক্তি জ্ঞান
শক্তি ভক্তি প্ৰকাশিলা ॥৭৮৮
মহা পুৰুষৰ ভৈলাহা স্নেহৰ
আৰু কি সাধিতে বৈলা।
এহি বুলি আতা ত্ৰিংশষষ্ঠিতেক
দৃষ্টান্ত প্ৰসঙ্গ কহিলা ॥

তহিতে গুৰুৰ ভক্তি ৰসামৃতে
সাত দিন অহৰ্নিশি।
ঠাকুৰ আতাই ভক্তি কহিলন্ত
গোসাঁই লভি হৰিষি ॥৭৮৯
গোসাঁই আতাক বুলি প্ৰিয়বাক
বৰপেটা আসিলন্ত।
বুঢ়া আতা পেখি গোসাঁই আনন্দ
মঙ্গল বাৰ্ত্তা পুচন্ত ॥
গোসাঁই সহিতে বুঢ়াআতা তৈতে
আছন্ত ভক্তি প্ৰকাশি।
বৰপেটা ধামে উজানৰ হন্তে
বাপু ঘৰ আছা আসি।৭৯০
পৰম সাদৰে ভকত সত্তৰে
গোপাল আতাৰ আগে।
বন্দিয়া চৰণ বাৰ্ত্তা কহিলন্ত
শুনিয়া ভৈল উদ্যোগে ॥
একফাল দাঢ়ি মুণ্ডাই আছন্ত
আউৰ ফাল থাকিছন্ত।
তেতিক্ষণ আসি নৌকাই চৰিয়া
আনন্দ আসি লভন্ত ॥৭৯১
বৰপেটা ধামে পাইলন্ত আসিয়া
বুঢ়া আতা পুচিলন্ত।

মিতা আসি কেনে ভৈলা উপস্থিত
গোপাল আতা কহন্ত ॥
শুনিলো যিমত আসিলো সিমন্ত
আসিচয় বাপুঘৰ।
মোৰ ঠাই কিয় আগে নকহিলা
কহিয়ো আবে সত্বৰ ॥৭৯২
হেন বাক্য শুনি বুঢ়া আতা গুণি
কহিলা আবে বুজাই।
উজানৰ হন্তে আসিয়া আছন্ত
যাইবন্ত তোমাৰ ঠাই ॥
কাতিৰাম নামে নাপিত মাতিয়া
বুলিলা হেন বচন।
মিতাৰ মুণ্ডক শিঘিৰ কৰিয়া
মুণ্ডাও তুমি এখন ॥৭৯৩
তিনিজন আতা একত্রে বসিয়া
সন্ত ধৰ্ম্ম প্ৰকাশিয়া।
কতোদিন তৈতে গোসাঁই সহিতে
আনন্দে আছে ৰহিয়া ॥
দ্বিতীয় দিনৰ সুস্বপ্ন দেখিয়া
গোপাল যে মহামানি।
বুঢ়া আতা আগে আতি অনুৰাগে
কহিলা সৱে কাহিনী ॥৭৯৪

বৰপেটা হন্তে গোপাল মহন্তে
গোসাঁইত মেলানি মাগি।
ভনিপুৰ গ্ৰামে যহিত আছয়
তাহাক যাইবাক লাগি ॥
কতোক্ষণে গৈয়া নৌকাই চৰিয়া
পাইলন্ত নিজ ভৱন।
গোসাঁইক নিবাক সম্ভাৰ মিলায়া
কৰিলন্ত আগমন ॥৭৯৫
নিমন্ত্ৰণ কৰি ভকতে সাদৰি
তহিক লাগি নিলন্ত।
গোপালক পেখি আগবাঢ়ি আসি
গোসাঁইক তুলি নিলন্ত ॥
হৰি মন্দিৰক প্ৰৱেশ ভৈলন্ত
ঈশ্বৰ গুৰুক নমি।
তহিত বসিয়া বাৰ্ত্তাক পুছিয়া
ৰহিলা জগত স্বামী ॥৭৯৬
নবীন ভৱন কৰি আভৰণ
সম্ভাৰ আছে মিলাই।
তহিকে লাগিয়া গোসাঁই চলিয়া
ৰহিলা হৰি ধিয়াই ॥
সাতদিন সাত- ৰাত্ৰি ভক্তি জ্ঞান
গোপাল আতা কহিলা।

গোসাঁই তহিত ভক্তিৰসামৃত
হুই মুই ঘুৰিলিলা ॥৭৯৭

ভনিপুৰ হন্তে ৰৰপেটা ধামে
আসিয়া তৈতে ৰহিলা।

লৈলেক সম্ভাৰ কৰি অভ্যাদৰ
গোসাঁইক আতা ভুৰিলা ॥

কতোদিনা তৈতে হৰিৰ চৰিত্ৰ
আলাপ কৰি আছয়।

শ্ৰীৰাম চৰণ ঠাকুৰ আছয়
তহিকে যাইবে লাগয় ॥৭৯৮

হেনশুনি ভক্তে সাদৰে আসিয়া
গোসাঁইৰ বাক্য অমৃত।

আগবাঢ়ি আতা গোসাঁইক থৈয়া
অনেক দ্ৰব্য সম্ভৃত ॥

চলিলা তহিক ভকত সহিত
ঠাকুৰ গৃহ পাইলন্ত।

দেখিয়া ঠাকুৰে পৰম সাদৰে
আগক বাঢ়ি নিলন্ত ॥৭৯৯

বসি ছুয়োজন কৰি আদৰণ
কুশল বাৰ্ত্তা পুচন্ত।

গুৰুৰ চৰিত্ৰ পৰম অমৃত
শুনা আৰে সৱে সন্ত ॥

জগত গুৰুৰ ভাতৃ ৰাম ৰায়
হাঠিআৰ আছে বৈত।
সয়াবো স্থানক গোসাঁই চলিয়া
পুচিলা কথা তহিত ॥৮০০
কৃষ্ণ কথামৃত পুচিল নিশ্চিত
ভক্তিৰসামৃতচয়।
গোসাঁই সয়াকো সাদৰে পুচিয়া
বৰপেটা ৰহিচয় ॥
ভাৰত বৰিষ ধন্য কলিযুগ
নৰতনু নৌকা সাৰ।
মহাপুৰুষৰ আৰু অৱতাৰ
সৎসঙ্গ প্ৰধান আৰ ॥৮০১
সপ্ত মন্বন্তৰ সপ্ত কলিযুগ
আৰু পুনু গুৰুদেৱ।
নামসমে আসি নহৈব নহৈব
আৰু নজানাহা কেৱ ॥
ধৰা ৰাম নাম তেজি আন কাম
বোলোহো ধৰিয়ো নাম।
আল জাল এৰি পাপক সংহৰি
ডাকি বোলা ৰাম ৰাম ॥৮০২

——*——

পদ

শুনা সন্তসৱ কথা বিচক্ষণচয়।
সম্বৎসৰি গুৰুৰ কীৰ্ত্তন আসিচয়॥
হেনদেখি সন্তসৱ একত্ৰে মিলিল।
কৰ্ম্মাদি উৎসৱ হৰি কীৰ্ত্তন কৰিল॥৮০৩
সেহিবেলা সন্তৰ ভৈলেক বিচাৰণ।
নাসিলন্ত ঠাকুৰ আতা আৰ কিকাৰণ॥
শুনিলা ভৈলেক ভাৰা শৰীৰ নপৰা।
ঠাকুৰ আতাৰ স্থানে গৈলা ভৈৰপৰা॥৮০৪
গৈল বৰ বিষ্ণু আতা সঙ্গে বুঢ়াআতা।
চলিল গোসাঁই গৈলেক গোপাল আতা॥
ৰামচৰণ ঠাকুৰদেৱ আনো সন্তগণ।
ঠাকুৰ আতা স্থানে গৈয়া ভৈলা উপসন্ন॥৮০৫
দেখি ঠাকুৰ আতা ৰঙ্গে কৰিয়া আদৰ।
গুৰু কীৰ্ত্তনৰ বাৰ্ত্তা পুচিলা সন্তৰ॥
কৈলা কীৰ্ত্তনৰ সৱে শেষ বাৰ্ত্তাচয়।
ঠাকুৰ আতাৰ বাৰ্ত্তা পুচিলন্ত তয়॥৮০৬
পুচিয়া কুশল বাৰ্ত্তা আইল নিবৰ্ত্তিয়া।
গোসাঁই ৰহিলা ৰৰপেটা স্থানে গিয়া॥
যাৰ যৈত গৃহ সৱে ভৈলা উপসন্ন।
ঠাকুৰ আতা স্থানে গোসাঁই কৰিল গমন॥৮০৭

একদিনা ঠাকুৰ আতা পাসে বহিছন্ত।
গোসাঁইৰ আগত কৃষ্ণ কথাক কহন্ত॥
সেহিবেলা কেশআতা আগে উপস্থিত।
দেখি ঠাকুৰ আতা তান্ত পুছিলা তৰিত॥৮০৮
গুৰুৰ অস্থিক নিয়া লগাইলা গঙ্গাত।
কি কাৰণে অতদিন ভৈলেক পশ্চাত॥
শুনা আমুকাই আৰু নিয়োক সঙ্গত।
কৰিবা শুশ্রূষা কেশৱক ভালমত॥৮০৯
সম্বোধি গোসাঁই বাক্য আতাক বুলিল।
বৰপেটা স্থানে নিয়া আতাক তুষিল॥
গুৰুৰ চৰিত্র গুণ আছন্ত প্ৰকাশি।
তহিত সমস্ত ভক্তে থাকন্ত উপাসি॥৮১০
কতো দিনান্তৰে গোসাঁই কৰিয়া নিশ্চিত।
উজানে যাইবাৰ কথা কহিলা আতাত॥
যাৰ যিবা শক্য আসি কৰে নমস্কাৰ।
উজানৰ বাপু ঘৰ শুনিলা যাইবাৰ॥৮১১
শুনি বুঢ়াআতা খেদ ভাৱ সম্পজিল।
ভক্তসবো আসি পাছে তহিতে মিলিল॥
সমস্ত সেৱক আসি ভৈলা উপসন্ন।
তাসম্বাক সম্বোধিয়া বুলিলা বচন॥৮১২
তৈবহন্তে নৌকাজানে গোসাঁই আসন্ত।
বুঢ়া আতা সমে ভক্তে আগবঢ়াৱন্ত॥

নৌকাই চৰিয়া আতা আসন্ত উজাই।
ভক্তসমে বুঢ়া আতা আছিলন্ত চাই ॥৮১৩
সমস্তে দেখিলা গোসাঁই বিস্থৰে মিলিলা।
পাললতি আসিয়া সবে স্থানে নিবর্ত্তিলা ॥
আতপৰে বুঢ়াগোপাল আতৈ শুনিলন্ত।
ধৰপেটা হস্তে গোসাঁই উজাই গৈলন্ত ॥৮১৪
চাউল পাচি দিলা পুত্র গোপীনাথ মাথে।
আতাৰ নৌকাক চলি গৈলা আথেবেথে ॥
গোপাল আতৈক কতো দূৰতে দেখিল।
নৌকাক ৰাখিয়ো বুলি পেড়ি পাৰি দিল ॥৮১৫
তখন ৰাখয় নাও গোপালে দেখিলা।
পূর্ব্ব আহি বুলি কিছু কহিবে লাগিলা ॥
শুনি ৰৰঢাকে কোৰ দিলে বুলি কই।
নৌকা ৰাখি কাষৰত ৰাহ্মিলন্ত গই ॥৮১৬
শীঘ্রে গৈয়া গোপীনাথ আতৈ প্রণামিলা।
অমৃত বচনে গোসাই বার্ত্তাক পুচিলা ॥
কিবা কার্য্যে ঐক তুমি আসিয়া আছন্ত।
হেনশুনি গোপাল আতই কহিলন্ত ॥৮১৭
গোপীনাথে কিছু চাউল উপার্জ্জি আছয়।
তযু চৰণত দিয়ে কৰিয়া নিশ্চয় ॥
প্রার্থনা কৰিছে তেহো আগত থাপিয়া।
গোপাল আতৈক হেন বচন বুলিয়া ॥৮১৮

গোপীনাথে তোমাক সেৱা লাগয় পুছিবে।
আমাৰ পাশক লাগে কিকাৰ্য্যে আসিবে॥
শুনিয়া গোসাঁইৰ বাক্য লাগিয়া মনত।
গোপাল আতৈয়ে সয়ে কহিলা যুগুত॥৮১৯
আমাক পুছিলে মাত্ৰ ধাৰস্মৃজা যাই।
তোহাক সেৱিলে জানা সংসাৰ তৰয়॥
হেনবাক্য বুলি হুয়ো চৰণে নমিলা।
গোসাঁই আসংশা বাক্য তাহাঙ্ক বুলিলা॥৮২০
ভৈৰহস্তে আসি পাইলা কতো দিনান্তৰে।
দিকবঙ্গ ঘাটে নৌকা বান্ধিলা সত্তৰে॥
গোসাঁই আসিল জানি সকলো সেৱকে।
আগবাঢ়ি আসি তুলি নিলন্ত উৎসুকে॥৮২১
কলানিতে থিত আতা আনন্দে ৰহন্ত।
পৰম সাদৰে সয়ে বাৰ্ত্তাক পুচন্ত॥
হৰিভক্তি ৰাজমাৰ্গ প্ৰকাশি আছন্ত।
সমস্তে একত্ৰে মিলি কীৰ্ত্তন কৰন্ত॥৮২২
বাঢ়ৈ আতৈ সাৰঙ্গপাণি মুকুন্দ মুৰাৰি।
গোসাঁইক সেৱিয়া ধৰ্ম্ম ধৰিলা সাদৰি॥
পুত্তম ৰকৱা আৰ তান ভাতৃ জয়হৰি।
হৰিত প্ৰাৰ্থনা কৰি কহন্ত সাদৰি॥৮২৩
সদাচাৰ নিবন্ধ কহিলা তাসম্বাত।
ভুইহানো গৃহক আসি নিবন্ধি তথাত॥

বছৰসৰ নিকায়া কৰিয় উপবাস।
গোময়ে মাজ্জিয়া গৃহ পিন্ধি ধৌতবাস ॥৮২৪
গুৱা-পাণ প্ৰসাদ লৈলেক আগুৱাই।
হৰিৰ স্থানক গৈয়া মিলিলা তুনাই ॥
গন্ধপুষ্প ধূপদীপে ঈশ্বৰ পূজিলা।
বকৰাত আতা হৰি ভক্তি প্ৰকাশিলা ॥৮২৫
ধৰ্ম্মক লভিয়া তেহোঁ কৰি আচৰণ।
নিবেদন কৰি গৃহে কৰিলা গমন ॥
ৰতন চোমদাৰ যে আতই মহামানী।
আতাত প্ৰাথিলা আসি ভক্তিৰস জানি ॥৮২৬
সন্তোষ লভিয়া সদাচাৰ লভিছন্ত।
সেহিমতে গৈয়া তেহোঁ গৃহে আচৰন্ত ॥
উপবাস কৰি ধৌত বস্ত্ৰ পৰিধান।
এখানি বস্ত্ৰক পাত্ৰে কৰি আভৰণ ॥৮২৭
গুৱা-পাণ নৈবেদ্য লৈলেক যত্ন কৰি।
আতাৰ স্থানক আসি প্ৰাৰ্থন্ত সাদৰি ॥
গুৱা-পাণ নৈবেদ্য ঈশ্বৰ অগ্ৰে দিয়া।
গন্ধ-পুষ্প-দীপে বস্ত্ৰে আবৰিয়া ॥৮২৮
হৰিৰ ভকতি জ্ঞান প্ৰকাশ কৰিল।
সপৰিবাৰ সমে ধৰ্ম্মক ধৰিল ॥
কতোদিন তৈতে আতা ধৰ্ম্ম প্ৰকাশিয়া।
আঠাৰ বৎসৰ তৈতে আছন্ত ৰহিয়া ॥৮২৯

আতপৰে যেন কথা ভৈল বিসঙ্গতি।
শুনিয়োক সন্তসৱ তাহাৰ যুগুতি ॥
বলোভদ্ৰ মহন্তে ৰাজাৰ মাদৈক।
চাঙ্গে চৰি শৰণ ধৰ্ম্মক দেখাইলেক ॥৮৩০
শুনিয়া ৰাজাৰ খঙ্গ মিলিল আসিয়া।
মহন্ত সৱক পৈয়া আনোক ধৰিয়া ॥
গোসাঁইৰ শুনিয়া ৰব বিষাদ মিলিল।
সমস্ত ভক্তক হেন বচন বুলিল ॥৮৩১
আক এক প্ৰস্তুত ভৈলেক বিপৰ্য্যয়।
ৰাজাৰ আজ্ঞায়ে বাৰ্ত্তা আসিয়া আছয় ॥
ইঠাৱৰ হন্তে সৱে যাওঁ অন্যস্থান।
আতাৰ শুনিয়া বাক্য সেৱক প্ৰধান ॥৮৩২
বিষাদে চলিয়া সৱে দশো দিশে গৈলা।
কেশ আতা সঙ্গে গোসাঁই তৈৰ অন্তবিলা ॥
কৌষিকৰ * আবাঙ্গনি তহিতে আছিলা।
সাউদৰ জয় কৃষ্ণে ইহাক শুনিলা ॥৮৩৩
জয় কৃষ্ণ আদিসৱে সেৱক মিলিলা।
গোসাঁই পাশক সৱে তেখনে চলিলা ॥
সাদৰে বন্দিয়া বুলি স্তুতি-নতি বাক।
নিলেক গোসাঁইক সৱে তাহান গৃহক ॥৮৩৪
গুপুভাৱে তহিতে ৰহিল হুয়োজন।
হৰিগুণ নাম সদা কথন্ত কীৰ্ত্তন ॥

* আবাঙ্গনি—একাবাৰী

এহিমতে কতো দিন তহিতে আছন্ত।
অনেক লোকৰ গলা বাৰ শুনিলন্ত ॥৮৩৫
কেশ আতা গোসাঁইক সম্বোধি বুলিলন্ত।
লোকসৱে আমাক বেঢ়িয়া আসিলন্ত ॥
কৈক যাইবো কি কৰিবো নাহিকে উপায়।
গোসাঁই বোলন্ত আতা কিছু ভয় নাই ॥৮৩৬
তভো কেশ আতা মনে নুগুচিল ভীত।
বাংসৰ মধ্যত আতা ভৈল প্ৰবেশিত ॥
দিৱা ৰাত্ৰি একদিনা তথাতে ৰহিলা।
গোসাঁই তাহাৰ একো নিশ্চয় নাপাইলা ॥৮৩৭
কহিতো খুজিয়া নপাই মহাদুঃখে।
উপবাসে ৰহিলন্ত মনত আসুখে ॥
প্ৰভাততে জয় কৃষ্ণে চাহিয়া ফুৰন্ত।
দেখে বাংস মধ্যে আতা প্ৰবেশি আছন্ত ॥৮৩৮
নাহিকে বচন নিৰাহাৰে উপবাসে।
তৈৰহস্তে গৃহক আনিলা লাসেলাসে ॥
স্নান পান কৰাইয়া সুস্থক লভিলা।
গোসাঁইক সম্বোধি আতা বচন বুলিলা ॥৮৩৯
যাদবিৰ গৃহে আমি কৰোহোঁ গমন।
গোসাঁই বোলন্ত আতা চলিয়ো এখন ॥
যাদবিৰ গৃহে গৈয়া আতা ৰহিলন্ত।
সাধু জয় কৃষ্ণৰ স্থানে গোসাঁই ৰহন্ত ॥৮৪০

ভকত দাস আতৈৰ সেৱক যত যত।
গোসাঁইক বন্দি সেৱি থাকন্ত সতত ॥
কৃষ্ণ কথা প্ৰকাশিয়া থাকন্ত হৰিষ।
এহিমতে আছিলন্ত দ্বিতীয় বৰিষ ॥৮৪১
তৈৰ পৰা চেঁচুকা ভেটিক চলিলন্ত।
সকলো সেৱকে আতি বাৰ্ত্তাক পুচন্ত ॥
তৈৰহন্তে কেচেক গুৰি ভেটিক গৈলেক।
কৃষ্ণ কথাবসে ছয়মাস বঞ্চিলেক ॥৮৪২
পচতীয়া স্থানে গৃহ কৰিয়া নিৰ্ম্মাণ।
আতা হৰি গুৰু সঙ্গে আনন্দিত মন ॥
হৰিক অৰ্চ্চিয়া সেহি স্থানে ৰহিছন্ত।
নানান সেৱক সৱে ধৰ্ম্ম ধৰিলন্ত ॥৮৪৩
প্ৰথমে নেপালি গুৰু ধৰ্ম্মক ধৰিলা।
তান পুত্ৰ লখৰঙ্গ আতৈয়ে লভিলা ॥
ভাৰতী হৰাই গুৰু পুছি যে ব্ৰাহ্মণ।
বুঢ়া পুত্তম আতৈ আৰু আতৈ নিৰঞ্জন ॥৮৪৪
ৰৰ সন্দিকৈ গোসাঁই পশিল শৰণে।
ভক্তিক লভিয়া সৱে আনন্দিত মনে ॥
চকলাৰ বুঢ়া আতৈ আৰু হৰি দাস।
লভিলা ধৰ্ম্মক ৰঙ্গে পুৰি মন আশ ॥৮৪৫
হৰাম গোপাল যদু গোবিন্দ নাৰায়ণ।
নিত্যানন্দ গুৰু আৰু ৰাম যে চৰণ ॥

এ সকল শুক আদি ধৰ্ম্মক লভিলা।
যাৰ যেন সক্যৰূপে হৰিক অৰ্চ্চিলা ॥৮৪৬
ধৰ্ম্ম শিক্ষা দিয়া গোসাঁই পচতীয়া স্থানে।
হৰি গুণ নাম সদা কৰন্ত কীৰ্ত্তনে ॥
কীৰ্ত্তনৰ ৰসে প্ৰেমাকুল আতিশয়।
সিহৰি শৰীৰ সৱে লোতক বহয় ॥৮৪৭
কতোদিন তৈতে থাকি ভক্তি প্ৰকাশন্ত।
ডেৰেৰা পাৰত গৃহ নিৰ্ম্মাণ কৰন্ত ॥
তৈক লাগি আতা চলি যান্ত হৰি সঙ্গে।
চলি যান্ত অন্যো অন্য ভক্ত চয় সঙ্গে ॥৮৪৮
কৃষ্ণগুণ কীৰ্ত্তনতে তহিতে বঞ্চন্ত।
যাৰ যেন শক্তি আসি গোসাঁই অৰ্চ্চন্ত ॥
বেৰসা যাইবাক ইচ্ছা মুৰাৰি মুদই।
গোসাঁইক আসিয়া তেহো প্ৰণাম কৰয় ॥৮৪৯
তাসম্বাত কহিলন্ত যিসৱ সম্ভূত।
এখানী সৰ্ব্বাঙ্গ কাঁহী আনিবা তৰিত ॥
বাক্যামৃত শুনিতেহে প্ৰণামি সাদৰি।
নৌকাই চৰিয়া ভাটি চলিলা মুৰাৰি ॥৮৫০
কতো দিনান্তৰে গৈয়া বেহাৰ পাইলন্ত।
মধুপুৰ স্থানে বিষ্ণু আতাক সেৱন্ত ॥
গোসাঁইৰ পুছিলা মঙ্গলাদি বাৰ্ত্তাচয়।
মুৰাৰি মুদই সৱে কহিলা নিশ্চয় ॥৮৫১

বিষ্ণু আতা কহিলন্ত শুনিয়ো মুৰাৰি।
একোষ্কা নৌকাক তুমি আনিবা উবাৰি ॥
বাপু ঘৰ ঠাইক আমি যাইবোহোঁ নিশ্চয়।
আতাৰ বচন শুনি আনন্দ হৃদয় ॥৮৫২
প্ৰণামিয়া মুদই গৈলন্ত ভটিয়াই।
বেৱসাদি কৰ্ম্ম কৰি মিলিল তথাই ॥
লৱণ অগ্ৰত দিয়া আতাক সেৱিলা।
মুৰাৰী মুদৈক চাই বচন বুলিলা ॥৮৫৩
বাপুঘৰ ঠাইৰ পৰা আসিলোহো গৈয়া।
তুমিয়ো অহিৰহস্তে যায়োক চলিয়া ॥
বিষ্ণুআতা কহিলন্ত মুদাইক বুজাই।
বাপুঘৰ প্ৰৱৰ্ত্তিয়া যিমতে আছয় ॥৮৫৪
সংশয় ছেদিয়া কহিলন্ত কথাচয়।
মুদই শুনিয়া আতি পৰম বিস্ময় ॥
আৰু এক কথা তান্ত কহিলা সন্দেশ।
হেনমতে বাপুঘৰ বঞ্চিব নিঃশেষ ॥৮৫৫
অন্তৰত ঈশ্বৰক দেখিব নিঃশেষ।
বাহিৰত সঙ্গত ফুৰিব দেশে দেশ।
বুদ্ধিত তেজিবে সৱ বাহিৰত জৰ।
নকৰিব সকলো প্ৰাণীক ভিন্নপৰ ॥৮৫৬
আমাৰ দেখিয়ো মুদাই গৃহৰ আৰম্ভ।
ৰাৰ নাৰায়ণ ৰাজা কৰিয়া প্ৰৱন্ধ ॥

সজাই দিয়াছে কৰা পঞ্চিশ হাত কৰি।
ফুকামে ফুকামে দিয়া চন্দ্ৰতাপ তৰি ॥৮৫৭
হেন জ্যোতির্ম্ময় স্থানে আছন্ত প্ৰকাশি।
বাপুঘৰো এহিমতে কৰিব প্ৰকাশি ॥
এহিমতে কথা কৈয়া দিলন্ত পঠাই।
আতাক প্ৰণামি চলি আসিলা মুদাই ॥৮৫৮
কতো দিনান্তৰে মুদই আসিয়া পাইলেক।
জানুপাৰি গোসাঁইক সাদৰে বন্দিলেক ॥
দিলন্ত সৰ্ব্বাঙ্গ কাঁহী দেখিতে সুন্দৰ।
বোলন্ত গোসাঁই ইটো দ্ৰব্য মনোহৰ ॥৮৫৯
কহিলা মুদাই বাৰ্ত্তা গোসাঁইক বুজাই।
পাছে বিষ্ণু আতাৰ কহিলা বাৰ্ত্তা প্ৰায় ॥
শুনিয়া গোসাঁই বাৰ্ত্তা সন্তোষ লভিলা।
গোসাঁইক প্ৰণামি মুদাই গৃহক চলিলা ॥৮৬০
কতো দিনান্তৰে গোসাঁই অশোকৰ মূলে।
হৰিকথা ৰসে ৰঞ্চিছন্ত প্ৰেমাকুলে ॥
তৈৰপৰা আসিয়া যে ডেবেৰা পাৰত।
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম প্ৰকাশে সতত ॥৮৬১
এহিমতে ৰঞ্চি তাত পঞ্চম বৰিষ।
পুনু পচতীয়া স্থানে গৈলন্ত হৰিষ ॥
তৈৰপৰা ৰঘুগুৰি স্থানে আসিলেক।
হৰি কথামৃত ৰসে তৈত আছিলেক ॥৮৬২

সকল সেৱকে মিলি আনন্দ বঢ়াই।
দিবা ৰাত্ৰি হৰি বিনা অন্য নাভাবই ॥
সাতমাসে বঞ্চিয়া হামৰা চলিলন্ত।
ৰামনাম কীৰ্ত্তন উৎসৱে ৰহিলন্ত ॥৮৬৩
হেনদেখি পুত্তম বকৰা মহামানি।
আতাৰ পাশক গৈয়া বুলিলেক বাণী ॥
তুহাঙ্ক প্ৰণামি আসি· বোলন্ত বিনাই।
আমাৰ গৃহত হৰি কীৰ্ত্তন আশ্যাই ॥৮৬৪
চলিবাক লাগি প্ৰভু বাঞ্চা তৱ পাই।
তৱ কৃপা বিনে নাই তৰণ উপায় ॥
বোলন্ত গোসাঁই হৰি কীৰ্ত্তনৰ কাম।
অৱশ্যে চলিতে লাগে নাহিকে উপাম ॥৮৬৫
কৰিয়ো সম্ভাৰ আমি চলিবো নিশ্চয়।
শুনি বকৰাৰ ভৈল আনন্দ হৃদয় ॥
বন্দিয়া সাদৰে চলি গৈলেক গৃহক।
পৰম আনন্দে দ্ৰব্য কৰিল অনেক ॥৮৬৬
সজাইলেক হৰিৰ মন্দিৰ মনোহৰ।
আতা ৰহিবাক লাগি সাজিলন্ত ঘৰ ॥
গোসাঁই শুনিয়া হেন কথা বিচক্ষণ।
ভক্তক চাহিয়া হেন বুলিলা বচন ॥৮৬৭
আমাৰ সেৱক সৱ আছে যত যত।
হৰি কীৰ্ত্তনক লাগি আসোক সমস্ত ॥

জনাইবাক যাউক ৰাম ৰাম জগন্নাথে।
শুনি তাৰা দুই চলি গৈলা আথেবেথে ॥৮৬৮
মাধৱ কোঁৱৰ আদি সেৱক প্ৰধান।
ঘৰে ঘৰে সমস্ততে দিলা গৈয়া জান ॥
শুনিয়া সেৱক সৱ মহা ৰঙ্গমন।
গোসাঁইৰ স্থানক সৱে কৰিলা গমন ॥৮৬৯
ভিন্নে ভিন্নে গোসাঁইক কৰিলা প্ৰণিপাত।
পৰম সাদৰে বুলিলন্ত স্তুতিবাক ॥
আশ্বাস বচনে আতা সৱাকে তুষিলা।
সেহিবেলা ৰকৱাৰ লোকে জ্ঞান দিলা ॥৮৭০
হৰি কীৰ্ত্তনৰ আসে সম্ভাৰ মিলাই।
আসিবন্ত প্ৰভু বুলি আছে বাট চাই ॥
সাদৰে নিবাক লাগি পঠাইছে আমাক।
অনেক প্ৰণতি নতি বুলি স্তুতি বাক ॥৮৭১
প্ৰসন্ন হইয়া আতা সাজিলা তেখন।
সেৱক সৱক চাই বুলিলা বচন ॥
হৰিৰ কীৰ্ত্তন লাভ পৰম গহন।
বিলম্ব নকৰি সৱে কৰোক গমন ॥৮৭২
গোসাঁইৰ বচনামৃতে সৱে ৰঙ্গমনে।
হৰিধ্বনি কৰি উঠিলন্ত তেতিক্ষণে ॥
ভক্তসঙ্গে আতা ৰঙ্গে কৰিলা গমন।
ভূমি পাৱে যান্ত সৱে সেৱক প্ৰধান ॥৮৭৩

পুত্তম বকৰা ৰঙ্গে আছে বাট চাই।
ভক্ত দেখি ঠগি লৈয়া আগবাঢ়ি যাই ॥
সিঁহৰি শৰীৰ বহে নয়নৰ নীৰ।
আতাক নমিলা পাছে পায়ে থৈয়া শিৰ ॥৮৭৪
স্তুতি নতি অনেক বিনয় কৰিলন্ত।
হৰি মন্দিৰক আগবাঢ়ি আনিলন্ত ॥
পশিলন্ত গৈয়া যেবে হৰিৰ মন্দিৰ।
ভক্তসমে প্ৰভু আতি চলন্ত ৰুচিৰ ॥৮৭৫
সাদৰে বৈসালা স্তুতি ভকতি কৰিয়া।
চৌভিতি সেৱক সৱ বসিলা বেঢ়িয়া ॥
বসিলন্ত মাধৱ কোঁৱৰ মহাৰায়।
যাদৱ কোঁৱৰ তিতাই কোঁৱৰ নিতাই ॥৮৭৬
কৰুণা কোঁৱৰ লোৱাই কোঁৱৰ হৰি।
গোসাঁইক উপাসি ৰহিলন্ত ৰঙ্গ কৰি ॥
ধৰাধৰ কন্দলি যে কটকী অনন্ত।
বাৰেভূঞা পৰীক্ষিত সেৱ্য অপৰ্য্যন্ত ॥৮৭৭
সৱাৰো মাজত আতা প্ৰকাশন্ত বসি।
শৰত কালত যেন পূৰ্ণিমাৰ শশী ॥
সেহিবেলা পুত্তম বকৰা মহাশয়।
গুৰুক প্ৰণামি পুনু বোলন্ত বিনয় ॥৮৭৮
মাধৱ কোঁৱৰ আদি ৰাজাৰ কোঁৱৰ।
সঙ্গত আসিছে যত যত লোক বৰ ॥

ইহাৰ কাৰণ বাপ কহিয়ো আমাত।
বোলন্ত গোসাঁই শুনা কথাৰ প্ৰখ্যাত ॥৮৭৯
যতেক আসিছে লোক সকলে আমাৰ।
ধৰ্ম্মক ধৰিয়া চিন্ত কৰি আছে সাৰ ॥
হেন শুনি মনে তাৰা মিলিল বিস্ময়।
বুলিছিলো মোত পৰে বড়া নাহিকয় ॥৮৮০
আমাত কৰিয়া বড়া বড়া যে আছয়।
গুৰুৰ মহিমা কথা কি কৈবে লাগয় ॥
হেনমনে ভাবি তাৰা ৰহিয়া শুণন্ত।
আতপৰে যেন কথা ভৈল শুনা সন্ত ॥৮৮১
ভকতক চাহিয়া গুৰু বাক্য বুলিলেক।
সবে মিলি হৰি নাম কীৰ্ত্তন কৰোক ॥
গোসাঁইৰ আদেশ সবে শিৰোগত কৰি।
হৰিনাম কীৰ্ত্তন কৰিলা মন পূৰি ॥৮৮২
পুত্তম ৰকয়া মনে সন্তোষ লভিলা।
স্তুতি-নতি ভক্তি কৰি অনেক অৰ্চ্চিলা ॥
আশংসা বচনে প্ৰভু কৰিয়া আশ্বাস।
হৰিসমে পুন্নু আতা পশিলা আবাস ॥৮৮৩
তহিত ৰহিয়া কতো দিন আছিলন্ত।
বাসুদেৱ গৃহ পুখুৰীক চলিলন্ত ॥
ৰঞ্চিয়া আছিলা কতোদিন মাসছয়।
হৰি গুৰু নামে আতি আনন্দ হৃদয় ॥৮৮৪

পৰম সাদৰে লোক শৰণ পশয়।
ধৰ্ম্ম সদাচাৰ ভক্তি সৱাকে দিৱয় ॥
গোসাঁইৰ মহিমা গুণ বৰ্ণাইবো কত।
পৰম শ্ৰদ্ধায়ে সন্ত শুনিয়ো মাতত ॥৮৮৫
হেনজানি যতনে শুনিয়ো জ্ঞানীচয়।
আত্মাৰাম বিনে এক নাম নাহিকয় ॥
দাস নিত্যানন্দে কহে ইসে তত্ত্বসাৰ।
শঙ্কৰ মাধৱ আতা বোলা বাৰম্বাৰ ॥৮৮৬

---

## ছুলড়ি

কৰ্দ্দি গুৰি পৰা পুনৰ হামৰা
গৈলন্ত ভকত সমে।
পঞ্চম বৰিষ বঞ্চিলা হৰিষ
ভক্ত সমে নানা ৰঙ্গে ॥
ৰতন চোমদাৰ মহাশিষ্টাচাৰ
কৰন্ত ভকতি নতি।
তান ভক্তিছয় সপ্ৰেম বহয়
দেখি আতা তুষ্ট মতি ॥৮৮৭
সম্বোধি গোসাঁই তাহাঙ্ক বোলই
শুনা কথা চোমদাৰ।

ইহাত অনেক মিলিব বিপাক
চলিবোহোঁ আবে আৰ ॥
এহিবুলি তাঙ্ক অনেক আশ্বাস
কহিয়া বাক্য অমৃত।
পচতীয়া স্থানে ৰহিলেক গৈয়া
সেৱক সৱ লগত ॥৮৮৮
তহিত বঞ্চিয়া গৈলেক চলিয়া
বৰবাটৈ গৃহ স্থানে।
তৈৰ পৰা পুনু পচতীয়া স্থানে
পশিল ভকত সমে ॥
ৰহি মাসছয় চলি গৈলা তয়
পুনু পচতীয়া ঠাই।
তহিত ৰহিয়া গৈলেক চলিয়া
চকলা স্থানক লাই ॥৮৮৯
তহিতে থাকন্ত গোসাঁইৰ শৰীৰ
ভৈলেক নপৰা ভাগি।
মাধৱ কোঁৱৰ ঠাইৰ পৰা বাক
আনিছে যিকাৰ্য্যে লাগি ॥
হেন দেখি প্ৰভু জয়হৰি নামে
সেৱক সন্ত শোভন।
ভোজন সম্ভাৰ কৰিবাক তাঙ্ক
দিলন্ত অন্ন বন্ধন ॥৮৯০

আনো লোকচয় শরণ পশয়
করন্ত ভক্তি সদায়।
থাকি মাসছয় চলিলা গোসাঁই
পুনু পচণ্ডীয়া লাই॥
তাহাতে থাকিয়া গৈলেক চলিয়া
পুঠি ব্রাহ্মণর বাসে।
আনো যতলোক শরণ লৈলেক
ভকতি সুখক আসে॥৮৯১
সম্মানে রখিয়া গৈলা পচণ্ডীয়া
রহিলা পুনু গোসাঁই।
নগরি কুছিয়া নিরঞ্জন ঠাইত
রহিলেক প্রভু যাই॥
তহিত থাকন্তে অনেক ভকত
ধর্ম্মক সরে ধরিল।
তৈরে পরা আতা পচণ্ডীয়া গৃহে
ভকত সঙ্গে আসিল॥৮৯২
হরি গুণ নামে অমৃত বহরে
পিয়ন্ত ভক্তসকল।
সবোরব মাজে প্রকাশ করন্ত
বিকশি যেন কমল॥
অচ্যুতানন্দ পরমানন্দ
বিবোধ করে নাম্নত।

দেখিয়া গোসাঁই নসহে হৃদয়
মিলিল দুঃখ মনত ॥৮৯৩
সৰ্ব্বানন্দ আতৈ পৰমানন্দ আতৈ
মাধৱ আতৈ শ্ৰীৰাম।
আৰো সৱে সমে ধৰ্ম্মক ধৰিল
বাহুজন অনুপাম ॥
আনো লোক যত ভৈলন্ত ভকত
একান্তে লৈয়া শৰণ।
গোসাঁইৰ মহিমা দেখন্তে সন্তোষ
বাঢ়ন্ত হৰি কীৰ্ত্তন ॥৮৯৪
ছয়মাস মান ৰঞ্জিয়া তহিত
আছন্ত প্ৰভু হৰিষে।
উদ্ধৱৰ হন্তে সেৱক প্ৰধান
বাৰজন আইলা পাশে ॥
চৰণ বন্দিয়া মিনতি বুলিয়া
নিলন্ত আতি সাদৰি।
ভক্ত সমে আতা ৰহিলন্ত গৈয়া
মুকুন্দ আতৈৰ বাৰী ॥৮৯৫
কৃষ্ণ নাম যশ পিয়ামৃত ৰস
বৰ্ষন্ত দিবা ৰজনী।
হৰিৰ চৰণ চিন্তি সৰ্ব্বক্ষণ
কৰে সদা হৰিধ্বনি ॥

ছয়মাস তৈত বঞ্চি আছিলন্ত
পৰম হৰিষ মনে।
আন কাম এৰি বোলা হৰি হৰি
শ্ৰদ্ধায়ে ভকত গণে ॥৮৯৬

---

## পদ

আতপৰে গোসাঁইৰ ভৈলেক ইচ্ছাময়।
সেৱক সৱক হেন বচন বোলয় ॥
ইঠাইৰ পৰা আমি যাইবোহোঁ বাহিৰ।
কিষণ কৰিয়া ঠাই কৰিবোহোঁ থিৰ ॥৮৯৭
হেন আলোচনে যামদগ্নিক অনাইলা।
সুবৰ্ণ এতোলা জুখি তাহাঙ্ক দিয়াইলা ॥
যামদগ্নি গোসাঁইক বুলিলা বচন।
নিষ্ট কৰি মৃত্তিকাক দিলো এতিক্ষণ ॥৮৯৮
শুনিয়া গোসাঁই আতি আনন্দ ভৈলেক।
সেৱক সৱক লাগি আজ্ঞা কৰিলেক ॥
একত্ৰ হইয়া সৱে গৃহক নিৰ্ম্মিলা।
বৈকুণ্ঠ সদৃশ পুৰি সাক্ষাতে হইলা ॥৮৯৯
এহিমতে সুখে আছে সত্ৰ বহুলাত।
আতপৰে শুনা যেন ভৈল সিবেলাত ॥
উত্তৰৰ লোক ভগ্ন সেহি সময়ত।
সত্ৰ চাৰি ভক্তসৱে চৰিলা নৌকাত ॥৯০০

গুৰুৰ কীৰ্ত্তন আসি ভৈল উপসন্ন।
ৰাম গুৰু আতৈৰ তাত উঠি যেতিক্ষণ॥
নানা দ্ৰব্য নৈবেদ্যক সম্ভাৰ মিলায়া।
হৰিগুণ নাম অমৃত আনন্দ কৰিয়া॥৯০১
হেনমতে গুৰুৰ কীৰ্ত্তন আস্তাইলেক।
দ্বিতীয় বৎসৰ সেহি স্থানে আছিলেক॥
তৈৰ পৰা পণ্ডুৰাম মুদৈৰ বাৰীত।
ৰহিলন্ত ছয়মাস ভক্ত সমন্বিত।৯০২
অনেক সেৱক সবে ধৰ্ম্মক ধৰিল।
যাৰ যেন শক্তিৰূপে আতাক অৰ্চ্চিল।
তৈৰপৰা এৰিয়া মকুন্দৰ ঠাইতে।
ৰহিলন্ত ছয়মাস ভক্ত সমন্বিতে॥৯০৩
তৈৰপৰা মুৰাৰি আতৈৰ ঠাইক আসি।
আছিলন্ত বৰিষ দুই ধৰ্ম্মক প্ৰকাশি॥
তৈৰপৰা পাৰ হুয়া গোলোকাক আইলা।
নিতাই পৰমানন্দ আতৈৰ ঠাইত ৰহিলা॥৯০৪
পৰম শ্ৰদ্ধায়ে লোকে ধৰ্ম্মক ধৰয়।
ধৰ্ম্মশিক্ষা দিয়া ৰসিলন্ত মাসছয়॥
পৰীক্ষিত মুদৈ আতৈ সেহিস্থানে গৈয়া।
আতাক বন্দিয়া স্তুতি ভকতি কৰিয়া॥৯০৫
তাহান বাৰীক আতৈ সাদৰে আনিলা।
তুষ্ট হুয়া আতা তান বাৰীত আছিলা॥

ৰহিলন্ত নৰগৃহে হৰিক অৰ্চ্চিয়া।
ভক্তসমে হৰিগুণ কীৰ্ত্তন কৰিয়া ॥৯০৬
ৰাজাত সভয় হুয়া থাকা আঁৰ হুই।
সদায় চিন্তন্ত হৰি পাদপদ্ম দুই ॥
ৰাজাৰ কুশল বাৰ্ত্তা মুদৈত পুছিলা।
ৰাজাৰ মঙ্গল বাৰ্ত্তা মুদৈয়ে কহিলা ॥৯০৭
আমাৰ কি কথা ৰাজা তোমাত পুচই।
ৰাজাৰ কুশলে আমাসাৰ ভাল হয় ॥
পুচে যদি আমাৰ কথা কৈবা মহাশয়।
সেৱা কৰি গৈলা মুদৈ কৰিয়া বিনয় ॥৯০৮
একদিনা মুদৈত পুছিলা ৰাজা পাছে।
তোমাৰ ৰাৰীত মহাজন এক আছে ॥
আমাক নকই কেনে ৰাখন্ত গুঢ়ক।
সেহি মহন্তক আনি দিয়োক আমাক ॥৯০৯
হেনশুনি মুদৈ আসি আতাক নিলন্ত।
ৰাজাৰ পাশক ভক্তসমে চলি যান্ত ॥
নগৰ পাইয়া আতা চৌৰাত ৰসিলা।
প্ৰশংসাৰ চলে ৰাজা অনেক বুলিলা ॥৯১০
কোন ধৰ্ম্ম প্ৰকাশিছে ৰাজায়ে শুধিলা।
অনন্তৰে হৰি গুৰু গীতক মাতিলা ;
ৰে মন সেৱহু হৰিকহোঁ চৰণা।
এহি গীত শুনি ৰাজা কৰিলা বন্দনা ॥৯১১

সমস্ত কৰ্ম্মক কৰিবাক পাইক লোক।
দেওঁ আমি লোক কিছু তাহাক লৈয়োক ॥
আতা বোলে আমাক নলাগে সিটো লোক।
আমাৰ ভক্তক কোনো স্থানে নধৰোক ॥৯১২
গল মেলি হৰি নাম লৈবো মুখভৰি।
নিৰ্ভয় দিয়োক ৰাজা অনুগ্ৰহ কৰি ॥
হেনশুনি ৰাজা পাছে প্ৰশংসা বচনে।
কৰিলা আদেশ গাৱে হৰিনাম যেনে ॥৯১৩
তৈৰপৰা আসি আতা মুদৈৰ ভেটিত।
আনন্দ কৰিযা-গাইলা হৰিগুণ গীত ॥
আছিলন্ত গোপী আতৈ তিপাম দেশত।
মধুপুৰ স্থানে গৈয়া ধৰ্ম্ম ধৰিলন্ত ॥৯১৪
বুঢ়াপো গোবিন্দ আতৈ বোলন্ত সাদৰি।
শুনিয়োক গোপী * তুমি যায়ো দেশে লৰি ॥
আমাৰ থানক তুমি নলাগে আসিত।
উজনীয়া বাপুঘৰ আছয় ভকিত ॥৯১৫
তান ঠাইক আসি তুমি সেৱিয়া থাকিবা।
তাহাত ভকতি কৰি সৰ্ব্ব ধৰ্ম্ম পাইবা ॥
এহি আজ্ঞা পাই গোপীআতৈ ভক্ত সমে।
আতাৰ পাশক লাগি আসি থাকা ৰঙ্গে ॥৯১৬

---

* গোপীআতৈ জৰাবাৰী সত্ৰ প্ৰতিষ্ঠাপক।

আতাও তাহাঙ্ক পাছে আজ্ঞা কৰিলন্ত।
তিপামতে জৰাবাৰী সত্ৰ কৰিলন্ত ॥
তৈৰপৰা অহা যোৱা কৰে মহাৰঙ্গে।
ভক্তি প্ৰবৰ্ত্তাই তৈতে ৰৈল' ভক্তসঙ্গে ॥৯১৭
বৰদলৈ আতৈ তৈতে সেৱা কৰিছন্ত।
দামোদৰ † আতৈ আসি ভক্তি কৰিলন্ত ॥
তকৌৰৰীয়া বুঢ়া আসি শৰণ লৈলন্ত।
কৌপতীয়া বুঢ়া আসি হৰি ভজিলন্ত ॥৯১৮
পৰীক্ষিত কোঁৱৰ আসি সেৱা কৰিলন্ত।
অনন্ত কটকী আসি তৈতে সেৱিলন্ত ॥
তেলিয়া হাজৰিকা আতাত প্ৰাৰ্থিলা।
চিনাতলীয়া আতৈক খুজি কন্ধে তুলি লৈলা ॥৯১৯
করুণা ভূঞাৰ ঠাই ছয়মাস আসি।
সেৱক সৱক কন্ত ভকতি প্ৰকাশি ॥
হৰিচৰণ গুৰু পাছে ভক্তৰ প্ৰাৰ্থন।
বাস্তি দিবে লৈলা ভূমি পৰম শোভন ॥৯২০
সেহিবেলা গোসাঁই দেখি বুলিলা বচন।
কিকৰিবে খোজা তুমি এৰা ইটো মন ॥
প্ৰহ্লাদৰ হিয়াত আছো যেন সুখে আমি।
মাটি বাস্তি নেদিবাহা নাথাকিবো আমি ॥৯২১

---

† দামোদৰ আতৈ ভোগপুৰ সত্ৰ প্ৰতিষ্ঠাপক।

হেনশুনি হৰি আতৈ প্ৰশংসা বচন।
কহিয়া পঠাইলা তৈকে মহাৰঙ্গ মন ॥
মুদৈ ভেটিত-আছা ভকতদাস আতৈ।
তাহান পাশক লাগি পঠাইলন্ত কৈ ॥৯২২
ভকতদাস আতৈ হেন কৰি নিবেদন।
পঠাইলা আতাৰ পাৰে মধুৰ বচন ॥
পৰিবাৰ সমন্বিতে গৈ আছে মুদই।
আদৰ কৰিবে লাগি উঠি তান ছুই ॥৯২৩
প্ৰাৰ্থনা কৰিছে এৰিকে আসিতে যুৱাই।
মোৰ নিবেদন এহি জানিবা বুপাই ॥
এহিকথা কৈয়া ভক্ত-দিলেক পঠাই।
গোসাঁইৰ পাৱক মুদই নমিলেক যাই ॥৯২৪
স্তুতি-নতি ভকতি কৰিয়া বহুতৰ।
তাহান ভক্তিত কৃপা সম্পজিল বৰ ॥
আসিলন্ত ভক্ত সমে মুদৈৰ বাৰীক।
নৱগৃহ কীৰ্ত্তনাদি অৰ্চ্চিলা হৰিক ॥ ৯২৫
তহিতে আছন্ত আতা ৰাম নাম গাই।
দিখৌমুখ হন্তে বৰজন পাইলা গই ॥
দেখিয়া গোসাঁই হেন বচন বুলিলা।
আমাৰ ঠাইক হেৰ চোৰেক আসিলা ॥৯২৬
শঙ্কৰ দাস আতৈ শুনি ভাবে মনেমন।
হৰিগুৰু ঠাই হেন বুলিলা বচন ॥

কি কাৰণে চোৰ মোক বুলিলেক বাক।
হৰিগুৰু বোলে আৰে শুনিয়োক তাক ॥৯২৭
নাম কীৰ্ত্তন নকৰাতে চোৰ বুলিলন্ত।
শঙ্কৰ দাস আতৈ পুনু বাক্যক বোলন্ত ॥
নাহিকয় দ্ৰব্য মোৰ নাহিকয় ঘৰ।
কৰিবো কীৰ্ত্তন নাম হেলা নাহি আৰ ॥৯২৮
হৰিগুৰু বোলে আৰ শুনিয়ো কাৰণ।
প্ৰবৰ্ত্তিয়া আছে তব বন্ধু পৰিজন ॥
কৰিতে নপাৰা তুমি নামক কীৰ্ত্তন।
গৈলা বৰজন গৃহে বিষাদিত মন ॥৯২৯
কতোদিন অন্তৰে আসিয়া বৰজন।
কহিলা আতাৰ অগ্ৰে বিনয় বচন ॥
চাউল সিজোৱা ঐত দিয়োক আমাক।
জ্যেষ্ঠক সম্বোধি আতা বুলিলন্ত বাক ॥৯৩০
ঘৰ-বাৰী দ্ৰব্য-বস্তু সৱে কাঢ়ি লৈলা।
আনো নানা বিপত্তি যে আমাক কৰিলা ॥
সেহি অপমানে আমি সৱাকো তেজিলো।
কেহোঁ নাহি মোৰ গুৰু আগত কহিলো ॥৯৩১
আমাৰ ঠাৱত মুহি ভোজন উচিত।
কৰিয়ো ভোজন তোৰা মুদৈৰ গৃহত ॥
হেন বাক্যে মুদৈৰ গৃহত ভুঞ্জি অন্ন।
চলিলেক বৰজন আপোন ভৱন ॥৯৩২

গোসাঁই আছন্ত সুখে মুদৈৰ ভেটিত।
হৰিগুৰু বোলে আতা শুনিয়ো যুগুত ॥
মুদৈ ভেটি সংজ্ঞা কৰিবেক সৰ্ব্বজন।
এহি হেতু এৰিবাক কৰো নিবেদন ॥১৩৩
স্থান এক ভাল চাই কৰিতে উচিত।
শুনি আতা বুলিলন্ত কৰিয়ো যুগুত ॥
স্থানক চাহিতে তুমি চলিয়ো সত্বৰ।
হেন শুনি হৰিগুৰু গৈলা অনন্তৰ ॥১৩৪

---

## কমলাবাৰী স্থান নিৰ্ম্মাণ

### দুলড়ী

আতাৰ বচনে হৰিগুৰু গৈলা
পুত্তম বকৰা ঠাই।
ভকতে সহিতে চলিলা আনন্দে
বুলিবে লাগিলা যায় ॥
শুনিয়ো বকৰা আতা পাঠিছন্ত
তোমাসাৰ ঠাইক লাগি।
স্থান নিৰ্ম্মাইবাক একখণ্ড ভূমি
দিয়োক আমাক লাগি ॥১৩৫

শুনিয়া বকৰা বোলে কিনো ভাগ্য
বুলিলা সানন্দ মনে।
কঠীয়াতলী মাটি একখণ্ড আছে
দিলো তাঙ্ক ৰঙ্গ মনে ॥
পূৰ্ব্বে আমাসাক ৰাজায়ে দি আছে
কমলা টেঙাৰ বাৰী।
দত্ত কৰি আমি দিলোহোঁ তাহাক
আমাৰ স্বত্বক চাৰি ॥৯৩৬
শুনি হৰিগুৰু আতা অগ্ৰে আসি
সমস্তে বৃত্তান্ত কৈলা।
শুনিয়া গোসাঁই আশীৰ্ব্বাদ দিয়া
পৰম আনন্দ ভৈলা ॥
পৰদিনা গোসাঁই ভকতে সহিতে
চলি গৈলা ৰঙ মন।
কতোক্ষণে গৈয়া কঠীয়াতলীক
ভৈলা গৈয়া দৰিশন ॥৯৩৭
বাৰীচোৱা গোবিন্দ আনন্দে দেখিয়া
প্ৰণামি স্বপ্ন কহিলা।
দুইজনা গুৰু স্থানক নিৰ্ম্মিয়া
যি য'ত স্থান লইলা ॥
গোসাঁই শুনিলা মাটিক খন্দাইলা
বাঢ়ে তিনিপোহামান।

কপৌ শেন ধৰে ভেকে সর্প মাৰে
আচর্য্য তিনি প্রমাণ ॥৯৩৮

আতপৰে ভক্তে বাহা কৰিলেক
চাৰিফালে চাৰিহাটী।
মধ্যে কীৰ্ত্তন ঘৰ গুৰু গৃহ সাজি
মধ্যত আতাৰ হাটী ॥

স্নান ভোজনৰ নিমিত্তে আতাৰ
খন্দাইলা পুখুৰী গুটি।
যেন গঙ্গাজল পুখুৰী নিৰ্ম্মল
চৌপাৰ উচ্ছ্রিত আতি ॥৯৩৯

পূৰে হৰি আতৈ আদি ভক্তে বহা
কৰিলা আতি শোভন।
চক্রপাণি আতৈ শ্রীৰাম আতৈ
বৰগুৰু ৰামচৰণ ॥

খৰিক কটীয়া ৰামচৰণ আতৈ
আদি আনো ভক্তগণ।
দক্ষিণত বৈলা মুদৈ আতৈ আদি
জগন্নাথ যে ভাগিন ॥৯৪০

দেউৰি মধু আতৈ নাৰায়ণ আতৈ
ধনিয়া ৰামহটিয়া।
মোহন আতৈ আৰু বেহেৰীয়া কানু
আমিয়ো তথাতে বৈয়া ॥

তহিতে থাকিয়া আতাক সেৱিয়া
স্থান লোৱা পৰে আসিয়া।
বোলে নিত্যানন্দ নাহি সম মন্দ
নাপাই ভক্তি বাচিয়া ॥৯৪১

পশ্চিমত বৈলা ভকতদাস আতৈ
মাছকটা পুৰুষ আতৈ।
মনুৰপো বৰ জগন্নাথচৰণ
বৰ যে মুকুন্দ আতৈ ॥

উত্তৰত জয় হৰি আতৈ বৈলা
সুন্দৰ বনমালি আদি।
এহিমতে স্থান নির্ম্মাণ কৰিয়া
দিন চাই অপ্ৰমাদি ॥৯৪২

গোসাই আসিলা স্থানক দেখিলা
আনন্দে ভক্ত সহিত।
নৱস্থান লৈয়া ভকত সৱক
কহিলা পৰম হিত ॥

শুদামুখে কেহোঁ নাথাকি সকলে
গায়ো হৰিগুণ যশ।
যাৰ যিবা আহে চপয় টোটয়
পৰম ভকতি ৰস ॥৯৪৩

এহিমতে আতা ভকতে সহিত
ধৰ্ম্মক প্ৰকাশি আছে।

কিছু দিনান্তৰে আলধৰা আতৈ
স্বপ্ন দেখিলেক পাছে ॥
দুইজনা গুৰু খাট লৈয়া আসে
আতাক নিবাক লাগি।
দেখি আতৈ বোলে আমি সেৱা ধৰো
এক বৰিষক লাগি ॥৯৪৪
শ্ৰীশঙ্কৰ গুৰু মাধৱ গুৰুক
বুলিলা বঢ়াবপো দেখা।
গোবিন্দায়ে কেনে কৰে কাকণাক
এক বৰিষৰং লেখা ॥
পাছে আতৈ জাগি কি দেখিলো ভাবি
পুৱা সমস্ততে কৈলা।
ভক্তে বোলে আতৈ মিছা দুহিবেক
স্বপ্নে যিপুনু ভৈলা ॥৯৪৫
তোমোবায়ে ভক্তি কৰি শুধিবাহাঁ
যি গুঢ় তত্ত্ব আছয়।
পূৰ্ব্বে উদ্ধৱত অন্ত সময়ত
কহিছা ভক্তি নিশ্চয় ॥
শুনি আতৈ আতি ভকতি কৰিয়া
ধৰ্ম্ম প্ৰাৰ্থীবাক লৈলা।
তিনি নিশি পৰে ভকতি প্ৰকাশি
আলধৰা আতৈত কৈলা ॥৯৪৬

শুনা সন্তসৱ আৰু এক কথা
সেহি সময়ৰ পাছে।
হৰি আতৈ প্ৰাৰ্থী বৰ এক মাগি
আগতে চলিয়া আছে॥
আতাৰো চলিবে ইচ্ছা হৈয়া আছে
মনে থিৰ কৰিলন্ত।
বোলে হৰি গৈলা আমাক বঞ্চিয়া
ধৰ্ম্মভাৰ নলৈলন্ত ॥৯৪৭

---

পদ

আত অনন্তৰে আতা কমলাবাৰীত।
ধৰ্ম্মক প্ৰকাশি সদা আছন্ত তহিত॥
আঢ়ই বৎসৰ তথা ধৰ্ম্ম প্ৰকাশিলা।
তাতপৰে শুনা সন্ত যেন কথা ভৈলা ॥৯৪৮
মনুষ্য শ্ৰেষ্টাক দেখাই অসুস্থ ভৈলন্ত।
সেৱকসকলে চাপি আতাত পুচন্ত॥
অসুস্থ ভৈলেক দেখো তোমোবাৰ গায়।
কোনে ধৰ্ম্ম প্ৰকাশিবে সেৱো কাৰ পায় ॥৯৪৯
কাক আজ্ঞা দিবে কোনে ধৰ্ম্ম প্ৰকাশিবে।
স্থান ধৰ্ম্ম প্ৰতিপালি ভকুক পালিবে॥

ভক্তৰ বচনে আতা বুলিলন্ত পাছে।
কাহাকে বুলিবো আমি কোনজন আছে ॥৯৫০
হৰিচৰণক আমি আছিলো আশা কৰি।
তেহোঁ পৰলোকে গৈলা আমাসাক এৰি ॥
ধৰ্ম্মক ৰাখিবে লাগি সামৰ্থ সেহিজন।
আমাৰ বাক্যক তেহোঁ নকৰিল মন ॥৯৫১
আমাক এৰিয়া গৈল বৈকুণ্ঠ নিলয়।
কাহাক স্থাপিবো ধৰ্ম্ম নাহিকে নিশ্চয় ॥
পৰম গহন ধৰ্ম্ম কোনে ৰাখিবন্ত।
বৃদ্ধাঙ্গুষ্ঠে পৃথিৱীক কোনে দাঙ্গিবন্ত ॥৯৫২
হেনশুনি সেৱকসকলে বুলিলন্ত।
ধৰ্ম্মক পালিবে বাপ সমৰ্থ আছন্ত ॥
করুণাময় নামে বংশ তোমোৰাৰ আছে।
পৰশুৰাম নাম তান পুত্ৰ তৈতে আছে ॥৯৫৩
মুদৈ আতৈ বোলে তাঙ্ক আনিবাক পাৰি।
আতা বুলিলন্ত চাৱা সমূহে বিচাৰি।
যাকে যোগ্য দেখা সৱে তাকে ধৰ্ম্ম ভাৰ।
স্থান প্ৰতিপালি থাকা চন্দ্ৰ দিবাকৰ ॥৯৫৪
এহিমতে আলোচিয়া হৰি বাসৰত।
ধৰ্ম্মক থাপিলা প্ৰভু বৈষ্ণৱ সৱত ॥
তাত পাছে আৰু এক কথা পুচিলন্ত।
কোনজনে পিণ্ড জলাঞ্জলিক দিবন্ত ॥৯৫৫

আমাসাৰ সঙ্গে আছে জয়হৰি সন্ত *।
তেহে পিণ্ড জলাঞ্জলি সপটে দিবন্ত ॥
এহিবুলি আতা পাছে অসুস্থ ভৈলন্ত।
সেৱকসকলে পাশ চাপি আসিলন্ত ॥৯৫৬
† কীৰ্ত্তন ঘৰত প্ৰসঙ্গৰ অন্তে পাছে।
গায়নসকলে গীত গাইবে লাগি আছে ॥
গোবিন্দ চিন্তোহো গীত গাইয়া আছন্ত।
শুনিলেক ভক্তে গোসাঁই বৈকুণ্ঠে যাইবন্ত ॥৯৫৭
গীত এৰি তাৰা সৱে আৱৰিলা আসি।
ভক্তক চাহিয়া আতা বুলিলা আশ্বাসি ॥
গীত এৰি এহিক্ষণে আসিলা কিসক।
চলিয়োক সৱে পুনু কীৰ্ত্তন ঘৰক ॥৯৫৮
পুনৰ্ব্বাৰ গাউক গীত কৰিয়া উৎসৱ।
অহৰ্নিশি সৱে মিলি কৰা হৰি ৰৱ ॥
শুনি হেন ভক্তসৱে আতাৰ বচন।
পুনৰপি গীত গাইবে লৈলা ৰঙ্গমন ॥৯৫৯
জয় জয় নন্দ গীত যেতিক্ষণে গাইলা।
পুনৰ্ব্বাৰ আতা আৰু একভাৱ হৈলা ॥

---

* জয়হৰি আতৈ বদলা আতাৰ নাতিনিয়েক হয়। দক্ষিণকুলীয়া কৃষ্ণ আতৈৰ পুত্ৰ।

† এই পদ চৰিত্ৰত নাই—সংগ্ৰাহক শ্ৰীধৰ্ম্মেশ্বৰ নামলগোৱাই কথা চৰিতৰ পৰা ৰচনা কৰি দিয়ে।

দেখি ভক্তে বস্ত্ৰ পিন্ধাইলন্ত শৰীৰত।
মুখে ৰাম নাম ৰূপ চিন্তন্ত মনত ॥৯৬০
অন্তকাল সময়ে মঙ্গলাচৰণ কৰি।
বেঢ়িয়া ভকতসৱে বোলে ৰাম হৰি ॥
আলধৰা আতৈৰ হৃদয়ত আউজিয়া।
জাপ্যমালা কৰে ধৰি উৰ্দ্ধবাহু হৈয়া ॥৯৬১
ইন্দ্ৰিয়ৰ বৃত্তি একমুখীক কৰিল।
ঘনে ঘনে ৰাম কৃষ্ণ বুলিতে লাগিল ॥
আপোনাৰ আত্মা পৰমাত্মাত থাপিলা।
নিমিষেকে আতা নৰনাট্য সম্বৰিলা ॥৯৬২
পোন্ধৰশ আঠায়ৈৰ শক জ্যোতিষৰ। *
ভাদ্ৰমাস শুক্লা একাদশী সিদিনৰ ॥
সেহিদিনা আতা নৰভাৱ সম্বৰিলা।
আকাশে বিমান পৰীক্ষিত মুদৈ দেখিলা ॥৯৬৩
যেতিক্ষণে নৰনাট্য আতা সম্বৰিল।
তেতিক্ষণে ভক্তসৱ বিষাদিত হৈল ॥
ব্যাকুল হইয়া সৱে বোলে ৰাম হৰি।
আলধৰা আতৈ জগন্নাথ জয়হৰি ॥৯৬৪
মুদৈ আতৈ সমস্বিতে চাৰিজনে ধৰি।
চৌদোলত তুলি চলি গৈলা কন্ধে কৰি ॥

---

*এই পদ চৰিত্ৰত নাই। কথা চৰিত্ৰৰ পৰা মিলাই তুলি দিয়া হয়।

চৌদিশে ভকতসৱে বেঢ়িয়া চলন্ত।
হাহাকাৰ কৰি হৰিধ্বনি কৰি যান্ত ॥৯৬৫
অনন্তৰে পাইলা টুনি নদীৰ তীৰক।
নিৰ্ব্বন্ধ কৰিয়া স্থান তাতে থইলেক ॥
মাধভূঞা শুনিলেক আতাৰ প্ৰয়াণ।
সাম্বৰ মেলিয়া নিৰ্ম্মিলেক চিতাখান ॥৯৬৬
আম্ৰকাষ্ঠ দেৱদাৰু সাঁচিকাষ্ঠছয়।
বিচিত্ৰ কৰিয়া চিতা নিৰ্ম্মিলেক তয় ॥
স্নান কৰাই পিন্ধাই বস্ত্ৰ চিতাত তুলিলা।
সপ্তবাৰ প্ৰদক্ষিণ চিতাক কৰিলা ॥৯৬৭
জয়হৰি আতৈ স্নানি মুখাগ্নি কৰিলা।
ঘৃতৰ কলস অগৰু কাষ্ঠছয় দিলা ॥
চতুৰ্পাশে কাষ্ঠছয় দিলন্ত আবৰি।
ঘৃত ধালি দিল ৰাম নামক সুমৰি ॥৯৬৮
আকাশ চানিয়া বহ্নি জ্বলিল অপাৰ।
জয়ধ্বনি কৰি হৰি বোলে বাৰেবাৰ ॥
সুগন্ধি শীতল বায়ু বহে ঘনেঘন।
ক্ষণেকতে দেহা ভস্ম ভৈল তেতিক্ষণ ॥৯৬৯
এহিমতে আতাৰ শৰীৰ দাহ হৈল।
শুনা সন্ত আতপৰে যেন কথা ভৈল ॥
ভস্মাঙ্গাৰ এক এক কৰিয়া তদপৰ।
নিৰ্ব্বন্ধ কৰিয়া থৈলা তাত অনন্তৰ ॥৯৭০

সৱে ভক্ত ফিৰি আসি বসিয়া একত্ৰে।
কৃতকৰ্ম্ম আতাৰ হৈবেক কেনমতে॥
সেহি সময়ত এক আচৰ্য্য মিলিল।
ভকতদাসক সৱে স্থানতে দেখিল॥৯৭১
বোলে আতৈ কিবা কাৰ্য্য কৰা এতিক্ষণ।
আতাৰ প্ৰয়াণ ভৈল মহা বিচক্ষণ॥
আমৰাসকলে কৰি দেহাক দহন।
আতৈ বোলে আমি কৰি পুখুৰী খনন॥৯৭২
মোক এৰি বুপা এবে গৈলেক কোথাই।
এহি বুলি আতা গৃহে মাতিলেক যাই॥
আছানে আছানে বুপা ঘৰে তুমি বাপ।
আতা বোলে আছো আছো নকৰা সন্তাপ॥৯৭৩
অন্যজনে বোলে গৈল আমাসাক এৰি।
ভকতদাসেহে প্ৰেমে আছে বন্দী কৰি॥
কিছুক্ষণে সন্ধুকিয়া সৱে আলোচিল।
আমৰাসৱৰ এবে সংশয় গুচিল॥৯৭৪
যাৰাজনে প্ৰেম ভাৱে সুমৰে সৰ্ব্বথা।
আত্মা ঈশ্বৰক লাগ পাৱে যথা তথা॥
আতা গৃহ ৰক্ষা কৰিবেক কোনজন।
ভক্তদাসে বোলে আমি থাকি সৰ্ব্বক্ষণ॥৯৭৫
এহি বুলি মাটি বান্ধি গৈলা আগবাঢ়ি।
আতাৰ ধূলাত যেন নপৰয় ভৰি॥

এহিসব কথা আবে এহিমানে থওঁ।
আতাৰ সৎকৰ্ম্ম কথা কিছুমান কওঁ ॥৯৭৬
এহি চিন্তি গ্ৰামে গ্ৰামে ভকত পাঞ্চিলা।
সেৱকৰ দ্ৰব্য যত একত্ৰ কৰিলা ॥
জয়হৰি আতৈ দিলা পিণ্ড জলাঞ্জলি।
অনেক বুলিলা স্তুতি কৰি কৃতাঞ্জলি ॥৯৭৭
অনেক সম্ভাৰ মিলাই দশপিণ্ড দিলা।
নানা উপহাৰে জ্ঞাতি ভক্তক তুষিলা ॥
সেহি সময়ত এক ঘটনা মিলিল।
উইচিলা পৰি জয়হৰি আতৈ চলিলা ॥৯৭৮
মাসেকীয়া কৰ্ম্ম কোনে কৰিবেক আবে।
গোবিন্দ আতৈকে ভক্তে বুলিলেক তেবে ॥
অনন্তৰে মাসেকীয়া কৰ্ম্ম সাঙ্গ কৰি।
মহোৎসৱ কৰিলেক পৰম সাদৰি ॥৯৭৯
আতাৰ কৰাইলা কৰ্ম্ম শ্ৰীৰাম গুৰু।
ভক্ত ৰমানন্দ আতা যেন কল্পতৰু ॥
পৰম মহন্ত সন্ত শিষ্ট ধৈৰ্য্যৱন্ত।
গম্ভীৰ সাগৰ যেন মহা গুণৱন্ত ॥৯৮০
স্থান ধৰ্ম্ম প্ৰতিপালি পৰম যতনে।
ৰহিলা শ্ৰীৰামগুৰু আতা ৰঙ্গমনে ॥
পৰম পদক পাই যাক জানি শুনি।
হেন ধৰ্ম্ম আচৰিয়া থাকন্ত আপুনি ॥৯৮১

চাৰিপাশে চাৰিচাপ দিলা দৃঢ় কৰি।
টুনিৰ ঘাটক আলি বান্ধিলা সাদৰি ॥
সুমণ্ডিত কৰি স্থান ধৰ্ম্ম প্ৰতিপালি।
আছন্ত শ্ৰীৰাম গোসাঁই মহা পুণ্যশালি ॥৯৮২
আতাৰ নাতিনী বৰ নভৈলেক যেবে।
শ্ৰীৰাম গুৰুকে ধৰ্ম্মাচাৰ্য্য পাতি তেবে ॥
যেনমতে ভক্তে ধৰ্ম্ম স্থাপন কৰিলা।
শ্ৰীৰাম গুৰু ধৰ্ম্ম তেমনে ৰাখিলা ॥৯৮৩
বোলো কৰযোৰে শুনা সাধু সমস্তয়।
দেখিলো শুনিলোঁ যিবা মোৰ মনে লয় ॥
ৰচিলোহোঁ তাক আনি একত্ৰ কৰিয়া।
মহন্ত সবৰ বাক্যে অনুমতি লৈয়া ॥৯৮৪
লিখিলোহোঁ পদবন্ধে চৰিত আতাৰ।
ক্ষমিয়োক অপৰাধ আমি অজ্ঞানীৰ ॥
অমৃত সমান ইটো চৰিত সুমৰি।
নিৰন্তৰে লোক ডাকি বোলা হৰি হৰি ॥৯৮৫

—— ✻ ——

## পদকৰ্ত্তাৰ পৰিচয়

### দুলড়ী

বিষ্ণু বৈষ্ণৱৰ কথা মনোহৰ
ৰচিলোহো পদ আমি ।
ইটো দোষ মোৰ কৰো হাতযোৰ
ক্ষমা কৰা সন্ত স্বামী ॥
গদাধৰ নদী তীৰে বিজয়পুৰে
পূৰ্ণানন্দ মহাসন্ত ।
তাহাৰ আত্মজ নিত্যানন্দ বুলি
আমাৰ নাম থৈলন্ত ॥
কমলাবাৰীত আমি আসি তৈতে
আতাক দেখিলো ভালে ।
তাৰাৰ পাছত শ্ৰীৰাম গুৰু
তেহোঁ পৰলোকে গৈলে ॥
তাহাৰ অন্তত কৃষ্ণদেৱ সন্ত
ধৰ্ম্মক পালি থাকিয়া ।
কালপ্ৰাপ্তে তেহোঁ গৈলা পৰলোক
উদ্ধৱক ধৰ্ম্ম দিয়া ॥

সম্প্ৰতি আছন্ত উদ্ধৱ মহন্ত
নামধৰ্ম্ম প্ৰতিপালি।
মুদৰি আতই আদি সাধুসৱ
তান বাক্য আছে পালি॥

তাহাবাসৱৰ আজ্ঞা শিৰে ধৰি
ৰচিলোহোঁ ইটো পদ।
মৰষিয়ো দোষ সাধু সমস্তৱ
গুচোক মোৰ আপদ॥

বোলো কৰযোৰে হে সাধুসৱ
সমস্ত সমাজে ঢাকি।
বোলা উচ্চ কৰি মুখ ভৰি ভৰি
ৰাম কৃষ্ণ হৰি ডাকি॥

---

## ছবি

প্ৰণামো আতাৰ দুই চৰণৰ দাস দুই
জানি দোষ ক্ষমিতে যুৱাই।
পৰম পতিত আমি পতিতপাৱন তুমি
তোহোঁ বিনে কেহোঁ গতি নাই॥

ভকত দয়াল বন্ধু কৃপাৰ সাগৰ তুমি
জানি কৃপা কৰিয়োক মোক।
তৱ জন্মাৱধি কথা লিখিলোহোঁ যথা তথা
ইটো সৱ দোষ ক্ষমিয়োক॥

দিয়োক ভকতৰ সঙ্গ অন্তকালে ৰাম নাম
গুৰুদেৱ ৰূপ হৃদি ৰৌক।
অনেক প্ৰণাম কৰো দান্তে তৃণ তুলি ধৰো
এহি কৃপা সদায়ে ৰহোক॥

সেৱক ভকতক নমি বোলো অপৰাধ আমি
দোষ বৰ্জ্জি গুণক বখানি।
এৰিয়া কপট ধান্ধা ৰামনাম গলে বান্ধা
শঙ্কৰ মাধৱ হৰিবাণী॥

শুনিয়োক সৰ্ব্বজন কৃষ্ণকথা পিয়া কৰ্ণ
দেখা কেন মহন্তৰ লীলা।
অল্পমতি অজ্ঞ জানি নিন্দা নকৰিবা বাণী
সাধুসৱে অনুমতি দিলা॥

তাতেসে ৰচিলো পদ শুনা আৰে সভাসদ
বিষ্ণু বৈষ্ণৱৰ নাহি ভেদ।
কীৰ্ত্তন গুণক আছে বিচাৰি দেখিবা পাছে
পাইবা গৈয়া আৰ পৰিছেদ॥

শ্ৰীৰাম গুৰুৰ যত চৰিত্ৰ বিচিত্ৰ ধৌত
পৰম গহন বিপৰীত।
প্ৰাতসৰ পৰা তাৰা শয়ন পৰ্য্যান্তে আতি
কৃষ্ণযশে হুয়া অলঙ্কৃত ॥

শান্ত সন্ত ক্ষমাশীল বহুকৃত জ্ঞানশীল
ঈশ্বৰৰ সুচিহ্ন আছয়।
নৰ নাড়ী প্ৰজা ছয় যাক দেখি শঙ্কোছয়
সন্ত সদাচাৰ নললঙ্ঘয় ॥

মহাপুৰুষৰ ধৰ্ম্ম আচৰিয়া জানি মৰ্ম্ম
কৃষ্ণৰ ভক্তিত দিয়া মন।
অষ্টম বছৰ ধৰ্ম্ম পালিয়া আছিলা পাছে
কৈলা পৰলোকক গমন ॥

তাহান কুলত যাত কৃষ্ণগুৰু নামে খ্যাত
তান শিৰে ধৰ্ম্ম থাপিলন্ত।
শ্ৰীৰাম গুৰুৰ বাক্যে স্থান ধৰ্ম্ম পৰিপালি
তাৰাৰ কৰ্ম্মক কৰিলন্ত ॥

অষ্টম বৎসৰ তেহোঁ সন্ত ধৰ্ম্ম প্ৰতিপালি
উদ্ধৱ দেৱক ধৰ্ম্ম দিলা।
ভকতি সুখৰ যত পৰম গহন পথ
বিষ্ণুপদে গৈয়া আৰোহিলা ॥

তান সদকৰ্ম্ম যত উদ্ধৱ গুৰুৱে কৰি
স্থান ধৰ্ম্ম প্ৰতিপালিছন্ত।
বৈষ্ণৱত সন্ত ইষ্ট মহাজন জ্ঞাননিষ্ঠ
বিষ্ণুধৰ্ম্মকৰ দাতাৱন্ত॥

ভক্তি সবোবৰ আতি থাকন্ত সদায়ে পাতি
আছা প্ৰভু উদাৰ চৰিত্ৰ।
তাহান দিনত সাধু বাস্ত্রা এক গণিলন্ত
কৰিলন্ত স্থানক বিচিত্ৰ॥

উদ্ধৱ মহন্ত সন্ত অধিকাৰী হইলন্ত
জাপৰি দিয়াৰ সাধুচয়।
কৃষ্ণ আতৈ সমে ৰঙ্গে আসিলন্ত চৈধ্যজন
সুখে আসি থাকিলা ইঠাই॥

শ্ৰীকৃষ্ণে কমলা আই জৈসানি হৰিয়া যাই
মাথাৰ কমল পুষ্প পৰি।
কমলাবাৰী নামে খ্যাত ঋষিৰো আশ্ৰম তাত
নৃত্য গীতে ধৰ্ম্ম থৈলা ভৰি॥



# সংগ্ৰাহকৰ প্ৰাৰ্থনা

## ছবি

নমো নমো নাৰায়ণ      নৰ ৰূপ বিৰঞ্চন
    নমো আত্মানন্দ চিদানন্দ।
মোৰ মন মধুকৰে      সদায়ে কৰোক পান
    তযু পাদ পদ্ম মকৰন্দ ॥
তোমাৰ নিৰ্ম্মল যশ      পৰম অমৃত ৰস
    সদাযে কৰোক কৰ্ণে পান।
কৃষ্ণ বিষ্ণু হৰি ৰাম      লৌক মুখে অবিশ্ৰাম
    দিয়া মোক এহিমানে দান ॥
ইটো ব্ৰহ্মাণ্ডত হৰি      তুমী নাহি মোত সৰি
    দাতা নাহি তোমাৰ সমান।
হাতে দান্তে তৃণ ধৰি      মাগোহো কাপুণ্য কৰি
    দিয়া প্ৰভু প্ৰাৰ্থিবাৰ দান ॥
নকৰিও আশা ভঙ্গ      তযু ভকতৰ সঙ্গ
    ঘুচোক সদায়ে আমাৰ।
কৃপা কৰা কৃপাময়      স্তুতি ধৰ্ম্মধৰে কয়
    ৰাম বুলি তৰিও সংসাৰ ॥

—ইতি—

॥ শ্ৰীশ্ৰীপৰমাত্মাৰ্পণমস্তু ॥

## শ্ৰীশ্ৰীবদলা পদ্ম বা কমলাকান্ত আতাৰ উপৰি বংশ আৰু নিম্ন বংশাৱলী ঃ—

